# গান গোৱাৰ আখৰা

অৰুণ গোস্বামী





এলবিএছ পাব্লিকেশ্বন
আমবাৰী, গুৱাহাটী-৭৮১০০১

# ॥ এক ॥

চাৰি নং লাইনলৈ যেয়ে যেনেকৈ য'তে আছিল সকলো দৌৰ মাৰিলে। মানুহবোৰ য'তে আছিল ত'তে যেন কাণে কাণে কোনোবাই ফুচ্‌ফুচাই কৈ দিলে। অকল ফুচ্‌ফুচাই কোৱাই নহয় বৰ ডাঙৰ বিপদৰ সংবাদ এটা দিলে যেন, তাকে শুনি মানুহবোৰ লৰ মাৰিছে। কিছুমানে ৰঙা চাহপানী এমগ খাই বিড়ি এটা হুপিছিল। কিছুমানে হয়তো হাবিয়া এবাতি খাই লৈছিল। গাভৰুবোৰে ভালকৈ চুলিকোচা বান্ধি দোকানৰ পৰা কিনা সূতাৰ খোপাটোৰ সহযোগত নিজৰ চুলিকোচাৰ এটা খোপা ডাঙৰকৈ বান্ধি তাত ইংৰাজী 'ইউ' আখৰটোৰ নিচিনা দীঘল কাটাযোৰ মাৰিছিল আৰু পখিলা বা তৰা চিহ্ন থকা ফ'মৰ কাটাবোৰো সমুখৰ সেওঁতাৰ ফালে লগাই লৈছিল। কেঁচুৱা থকা মাকবোৰে কেঁচুৱাবোৰ পিঠিফালে কাপোৰ এখনেৰে টোপোলাৰ দৰে বান্ধি সোঁহাতৰ কাষ-লতিৰ তলেৰে আগটো আনি ডিঙিৰ তলতে হিয়া কড়িটোৰ ওচৰতে এটা গাঁঠি দি লৈছিল। তাৰে কিছুমানে কেঁচুৱাবোৰ কেঙাৰুৰ দৰে পেটৰফালে ওলোমাই বান্ধিছিল যাতে বান্ধত থকাৰ পৰাই কেঁচুৱাই ইচ্ছা কৰিলে মুখৰ আগত থকা মাকৰ পিয়াহ দুটাৰ যিকোনো এটাকে চুপি চুপি খাব পাৰে। বহুতে চাদা-চূণ একেলগে সানি চুখা তৈয়াৰ কৰি বেলাটোৰ কাৰণে টেমাত ভৰাবলৈ ব্যৱস্থা কৰিছিল। ঠিক তেনেকুৱাতে খবৰটো বিয়পিল টোকা কাগজত চিয়াঁহী বিয়পাদি আৰু লগে লগে যেয়ে যেনেকৈ আছিল চাপৰি মেলিলে। মহাপ্ৰলয় হৈছে বুলি শহাপহুটোৱে খবৰ দিয়াৰ পাছত হাবিৰ সকলো জন্তু একেফালে দৌৰাৰ দৰে মানুহবোৰ একেফালেই দৌৰিছে। পিঠিত কেঁচুৱা বান্ধি লোৱা আৰু পেটৰ ভিতৰত কেঁচুৱা থকা—দুইবিধ মাইকী মানুহেই দৌৰোতে কষ্ট পাইছে। তেওঁলোকে দৌৰ নামাৰিলেও হয় কোনেও বাধ্য কৰা নাই অথচ কিহবাই ঠেলি অনাৰ দৰে বা কিহবাই খেদি অনাৰ দৰে

দৌৰিছে। বাটত কোনেও কাকো একো কোৱা নাই। প্ৰত্যেকেই কিন্তু নিজে নিজে কিবা কৈ গৈছে, পিছে কাষৰজনৰ লগত একো কথা পতা নাই অথবা কাষৰজনৰ কোনো কথাকে শুনা নাই। কাষজাৰীলৈ নোযোৱা কিছুমান ছোৱালীয়ে ৰাজহুৱা টিউবেলৰ পাৰত পানী মাৰি বাচন-বৰ্তন ধুইছিল, কাপোৰ ধুইছিল বা গা ধুইছিল সেইবোৰ ছোৱালীয়েও আধাতিতা অৱস্থাতে দৌৰ মাৰিলে। দৌৰ মাৰোঁতে সিহঁতৰ আধাতিতা কাপোৰবোৰে জতকপতককৈ শব্দ কৰিছিল। এইদৰেই চাৰিওফালৰ পৰা দৌৰি দৌৰি অহা মানুহবোৰ এঠাইত জমা হ'লহি।

চোতাল বুলিবলৈ যিকণ ঠাই আছে তাত একাঁঠুৱা বোকা। গোবৰেই গোবৰ। কোনোবাটো চুকত গৰুৰ গোবৰৰ দ'ম, কোনোবাটো চুকত গাহৰিৰ গোবৰ। আকৌ গোটেই চোতালখনিতে সিঁচৰতি হৈ আছে কুকুৰাৰ গোবৰ। চোতালৰ বোকাবোৰৰ ওপৰত গৰখীয়া গাখীৰৰ ওপৰত সৰ উঠাদি ডাঠ কলপতীয়া শেলাইৰ চামনি পৰি আছে। চোতালৰ বোকাত পথাৰত গজা সৰু সৰু মেটেকাও গজি আছে। সেই বোকাময় চোতালখন প্ৰথমতে মানুহৰ গছকত যোৱা কৰ পৰা বোকা হ'ল। মানুহৰ গছকা পৰাৰ লগে লগেই বোকাৰ ভিতৰত মেটেকাৰ তলত আশ্ৰয় লোৱা ভেকুলীবোৰে জপিয়াই জপিয়াই আঁতৰি গ'ল। সৰু সৰু ভেকুলী ডাঙৰ ডাঙৰ ভেকুলী—বহুত ভেকুলী আছিল। সেই সৰু চোতালখনৰ ওপৰতে মুহূৰ্ততে প্ৰায় চাৰিশ মান মানুহৰ আঠশমান ভৰিয়ে ফেনেকি নেফা নেফ কৰিলে। সৰু চোতালখনৰ পশ্চিমফালে থকা সৰু ঘৰটোৰ দুৱাৰ আৰু চালি ইমানেই চাপৰ যে তিনিফুট ওখ মানুহেই ক'তো খুন্দা এটাও নোখোৱাকৈ ভিতৰ সোমাব পাৰিব।

ঘৰৰ এটা দীঘল লাইন। এটা এটা পাটিত এটা এটা কোঠা আৰু পাছফালে এখন এখন চালি। সেই চালিৰ তলতে ৰন্ধা-বঢ়া হয়। বাহিৰৰ বাৰাণ্ডাৰ দুফুট-তিনিফুটমান বেৰি এটা সৰু কোঠাই কৰা হৈছে। পিছফালৰ চালিখনৰ পৰা পাঁচহাতমান খালী ঠাই আছে যাক পাছচোতাল কোৱা হ'ব পাৰে, সেই ঠাই টুকুৰাও আগচোতালৰ দৰে বোকা। তাৰ পিছৰ পৰাই পুনৰ ঘৰৰ শাৰী আৰম্ভ হৈছে। ঘৰৰ ওপৰত পুৰণা মামৰে ধৰা টিং আৰু কিছুমান ঘৰৰ ওপৰত এছ্‌বেচ্‌টচ্‌

লগোৱা হৈছে। ঘৰৰ পানীপচাতে সেই চাপৰ চাপৰ ছালবোৰ চুই থকা বনৰীয়া বন গজিছে।

সেই ট্ৰাক্টৰৰ সমান কোঠাটোৰ ভিতৰতে মাইকী মানুহ এজনীয়ে সুৰ লগাই কান্দিছে। কান্দোতে সুৰ লগাই কন্দা নাই বৰঞ্চ কান্দি থাকোঁতেহে আপোনা-আপুনি সুৰটো আহি লগ লাগিছেহি। "ঐ চুকৰ বেটা তুই কাহা গেলিবে হামাৰ ছোট বেটা দুখ্ তুয়ো হামকে চাড়ে চালে গেলিবে বেটা···চা পানীও নাই খালিবে বেটা···।" কান্দোনৰ মাজেৰে যেন অথবা কান্দি কান্দি গোৱা গীতৰ মাজত এহাল ল'ৰাৰ অন্যৰে পৰা মৃত্যুলৈকে গোটেই কাহিনীটো মানুহ এজনীয়ে কৈ দিছে। গোটিখোৱা মানুহবোৰৰ ভিতৰত মতা মানুহবোৰে চাৰি এখনত চকু মুদি থকা ল'ৰা দুটাক বেঙা মেলি মেলি চাইছে আৰু মাইকী মানুহবোৰে কান্দি কথা মানুহজনীক জুমি-জামি চোৱাৰ চেষ্টা কৰিছে। ভিতৰত মানুহজনীৰ কান্দোন শুনি বাহিৰত জুমি-জামি চাই থকা বহুত মাইকী মানুহে চকুপানী টুকিলে। সেই মানুহবোৰৰ চকুৰপৰা ধাৰাসাৰে পানী ওলাইছে আৰু মানুহবোৰে গাৰ চুটি চুটি চাদৰৰ আগেৰে চকুবোৰ মোহাৰি পেলাইছে। তেনেকুৱাতে আৰু তিনিজনীমান মাইকী মানুহে পূৰ্বৰে পৰা কান্দি থকা মানুহজনীৰ ওচৰ চাপিল আৰু তেওঁলোকে মানুহজনীৰ গাত ধৰি ধৰি আকৌ মানুহজনীৰ সুৰতে সুৰ লগাই কান্দিবলৈ ধৰিলে। পিছত যোগ দিয়া মহিলাকেইজনীৰ ভিতৰত এজনী হ'ল মানুহজনীৰ নিজা ভনীয়েক, এজনী জীয়েক আৰু এজনী জাক। এতিয়া চাৰিগৰাকী মহিলাই সমবেত কণ্ঠত কান্দি কান্দি সুৰ ধৰি ধৰি কথা কিছুমান কৈ যাবলৈ ধৰিলে। বাহিৰে ভিতৰে, চোতালে-বাৰাণ্ডাই, বাটে-পথে অলেখ মানুহৰ সমাগম। সেই গোটেই দৃশ্যটো দেখিলে থাওকতে এনে এটা অনুমান হ'ব যে কোনোবাই যেন হঠাৎ এটা সঙ্গীতানুষ্ঠান আৰম্ভ কৰি দিলে আৰু তাৰ বাবেই শ্ৰোতা দৰ্শকৰ সমাগম হৈছে আৰু একান্ত মনে সমবেত নাৰী কণ্ঠত গোৱা কৰুণ গীত নিৰৱে শুনিছে। প্ৰায় আলেমান পৰ কাৰোৰে মুখত একো কথা নাই। কোনেও একো কোৱাও নাই, একো কৰাও নাই, কেনিও যোৱাও নাই মুঠতে লৰচৰেই কৰা নাই থকাতে থৰ হৈ আছে। বিভিন্ন দিশৰ পৰা মানুহৰ সোঁত সেই কেন্দ্ৰ অভিমুখে বৈয়েই আছে। কোচত, বুকুত, কাষত বা পিঠিত একোটা একোটা নাঙঠ-পিঙঠ গোটেই গাত শুকান লেতুৰৰ ৰঙা কৰাল জাপি থকা

কেঁচুৱা লৈ লৈ প্ৰায় সাত-আঠ বছৰীয়া শিশুবোৰ পথৰ দাঁতিত বৈ আছে। সিহঁতে এটা এটা কেঁচুৱাৰ দায়িত্ব লৈছে অথচ ধনী মানুহৰ ল'ৰা-ছোৱালী হোৱা হ'লে সিহঁতেই আমাৰ তত্বাৱধানত পেৰেম্বলেটৰতহে ঘূৰি ফুৰিবলৈ পালেহেঁতেন। শাওনেই হওক বা পুহমাহেই হওক সিহঁতৰ গাত পোছাক সেই বাৰেওতি কাল একেটাই। সিহঁতৰ গাত মলিৰ ছাঁতিৰি দেখিয়েই লাগে জাৰ জহ একেবাৰেই সিহঁতক চেলেকিব নোৱাৰে। সিহঁতৰ গাত ওলমি থকা কেঁচুৱাবোৰৰ বেছিভাগৰে হাতত হয় একোটা জলপাই, অমৰা বা আমলখি নহয় একোটা বিস্কুটৰ টুকুৰা আছে। সৰু সৰু বান্দৰ পোৱালীৰ হাতৰ দৰে অকণ অকণ হাতেৰে তাকে খামুচি চোবাই আছে। নহ'লে চেৰেং কেৰেং চিঞৰ বাথৰ লগালেহেঁতেন।

ভিতৰত কান্দি থকা মানুহজনী মাক। চুক্‌ৰু আৰু দুখু সেই মানুহজনীৰে দুটা ল'ৰা। চুক্‌ৰুৰ বয়স দহ আৰু দুখুৰ বয়স ন। ল'ৰা দুটাৰ ওপৰত মানুহজনীৰ এজনী ছোৱালী আছে আৰু তলত তিনিটা ল'ৰা-ছোৱালী আছে। পৰিয়ালটোৰ মাক-বাপেক, বায়েক আৰু চুক্‌ৰু-দুখু এই পাঁচোটাই বাগানত কাম কৰে অথচ শুবলৈ সিহঁতৰ খাট এখন নাই। বিচনিও দুখনহে ভগা ভগা। গৰমত ভিতৰত বা বাকচৰ ভিতৰত শুব নোৱাৰি। সেই পৰিয়ালটোৰে চোতালত মানুহ গোট খাইছে। এই গোট খোৱাৰ কাৰণ হ'ল পুৱা কলঘৰৰ অগা-পিছাকৈ তিনিটা উ'কি শুনাৰ পাছত মানুহবোৰ কামজাৰীলৈ ওলাইছিল। হাতে হাতে কোৰ, কটাৰী, টুকুৰী, কেঁচুৱা আদি। বাটত গম পালে দহ নম্বৰ লাইনত সাপে খুটি একেঘৰৰে এহাল ল'ৰা মাৰিলে। মানুহ দৌৰি আহি দেখে হয়, চুক্‌ৰু আৰু দুখু মৰি আছে। মাকে বুকু ভুকুৱাই ভুকুৱাই সুৰ লগাই লগাই কান্দিছে কিন্তু বাপেকটোৰে মুঠেই কন্দা নাই।

বাপেকটোৰ নাম গতুৱা। গতুৱাই কন্দা নাই সঁচা। তাৰ চকুত চকুপানীৰো লেশ নাই। পিছে সি অলপ অসুবিধা পাইছে। পেটটোতে কিবা এটাই গোটা বান্ধি বুকুৰেদি সৰকি আহি ডিঙিটোৰ ওচৰত খুন্দিয়াবলৈ ধৰিছে। আকৌ পেটলৈ নামি গৈছে পুনৰ উঠি আহি বুকুখনৰ ভিতৰত খুন্দিয়া খুন্দিখন লগাইছে। কান্দিব পৰা হ'লেই বোধহয় গোটাটো ভাগি গ'লহেঁতেন। তাহানিতে তাৰ মাক মৰিছিল। ঘৰ আছিল এইটোৱেই। একুৰি দহ বছৰমান হ'ল মাক মৰাৰ।

বাপেকৰ আছিল বেয়া বেমাৰ। কাহোঁতে কফৰ লগত তেজ ওলায়। মাকৰো আছিল পেটৰ বিষ। গতুৱাৰ তেতিয়া বয়স দহ/বাৰ বছৰ মান হ'ব। সিও পাত তুলিবলৈ যায়। মাকে কেতিয়াবা প'ত তুলি থাকোতেই পেটত খামোচ মাৰি ধৰি চাহ গছৰ মাজতেই বহি দিয়ে। বমি কৰে আৰু কেতিয়াবা মাটিতে শুই দিয়ে। ঘৰত বাপেকে কাঁহি থাকে। খেকাৰৰ লগত তেজ যায়। তথাচ হাৰিয়া খাবলৈ নেৰে। হাৰিয়া খাবলৈ নাপালে বেমাৰী মাকক ফলাখৰিৰে হুঁতুৰ হুঁতুৰ মাৰে। মাকে বাগৰি বাগৰি কান্দে আৰু কান্দি থাকোতে থাকোতে পেটত বিষে ধৰে। বাপেকে বকি বকি জুহালৰ ওচৰত বহি বহি কাঁহে। এদিন তেনেকৈ কাঁহি কাঁহি তেজ বমি কৰি কৰি বাপেকটো জুহালৰ ওচৰত মৰি থাকিল। কি আচৰিত কথা তেজ বমি কৰি কৰি বাপেকটো মৰা দেখিও মাকে এবাৰো নাকান্দিলে। বহুত পৰ বাপেকৰ শটোৰ ওচৰত মুখেৰে মাত নমাতাকৈ বহি থাকিল। কন্দাও নাই, একো কোৱাও নাই। শটো পুৰিবলৈ লৈ যোৱাৰ পাছতো-মাকে এক দফেও নাই কান্দিলেবে বাবা। তাৰ এবছৰৰ পিছত সেই একেই দৰে তেজ জাৰা কৰি কৰি মা"জনীও মৰি থাকিল। দিনটো তেজ পায়খানা কৰিলে। খুন। মল নাই খুন বাহিৰ হৈছিল।

বাপেক মৰোতে মাকে কেনে নাই কান্দিলে এই কথাটো কেতিয়াবা কৰবাত মানুহ মৰাৰ গম পালে গতুৱাৰ মনত পৰে। অন্যৰ মতাচৰ মৰিলেতো মাইকীচৰে খুব কান্দে, তবে তাৰ বাপেকটো মৰিলত মাকে নাই কান্দিলে কেনে। তাৰ মাজে মাজে মনত পৰে তবে ভাবি একো কৰ নোৱাৰে। কিন্তু গতুৱাৰ আজিহে বোধ হ'ল যে সকলো সময়তে মানুহে কান্দিব নোৱাৰে। মানুহে বহুত বেজাৰ পালেও কান্দিব নোৱাৰে বুকু ভাগি যাব পাৰে তথাচ কান্দোন নাহে। গতুৱা বহি আছে। তাৰ চকুত কতো এক ফোটাও পানী নাই। কেৱল বুকুৰ ভিতৰত গোটা কিবা বস্তু এটাইহে উঠা নমা কৰি খুন্দিয়াই আছে। কেতিয়াবা ইমানজোৰেৰে খুন্দা মাৰে যে উশাহ বন্ধ হৈ যাব যেনেই লাগে। কি এই গোটা বস্তুটো।

সি বাপেকটো হৈয়ো দুটা ল'ৰা মৰি যোৱাৰ পাছতো কান্দিব পৰা নাই, এই কথাটোৱে তাৰ ঘৈণীয়েক বা ল'ৰা দুটাৰ মাকক বেছি আঘাত দিলে। সেই বাবেই মানুহজনীয়ে আকৌ সুৰ লগাই লগাই কান্দিছে, "এই তুই বাপ নাই আগি? ঐ...... বাপ আৰু সাপ একেই

আছিহু। ………। তুই নাই কান্দিলি। ………। তুই বজ্জ বজ্জ বেটা দুনটাকো কেনে বক বক কৰি।" এইবোৰ গাজত লগা কথা শুনিও বাপেকে একোকে কৰা নাই। তাৰ ঘৈণীয়েকলৈয়ো খং উঠা নাই। কন্দাও নাই, হঁহাও নাই, কোৱাও নাই। জেওৰাখনৰ ওচৰতে শৌচ কৰিবলৈ বহা মানুহৰ দৰে বহি আছে। কোনোবাই কিবা সুধিলে মানুহটোৱে উত্তৰ দিয়ে। মানুহটোৰ পৰাই গোটেই কথাবোৰ জানিব পৰা গ'ল। কিন্তু বাহিৰত যেতিয়া পুৰাই কথাটো চাৰিওফালে ৰাষ্ট্ৰ হৈ গৈছিল তেতিয়া ওলাইছিল এই বুলিহে যে দহ নম্বৰ বস্তি লাইনৰ গতুৱা চকীদাৰৰ ঘৰত ৰাতি এটা ফেটীসাপ ওলাই ঘৰৰ সাতোটা মানুহকে খুটি মাৰিলে আৰু সাপটোৱে এতিয়া মৰা মানুহ কেটাকে ৰখি আছে, কোনোবা গ'লে ফোচ ফোচাই উঠি ফেট তুলি খেদি আহে। এই কথাটো দহ নম্বৰ লাইনৰ পৰা এক নম্বৰ লাইন পাওঁতে এনে হ'লগৈ যে সাপটোৱে গতুৱাৰ গাভৰু ছোৱালীজনীক বিয়া কৰাব খুজিছে আৰু ছোৱালীজনীৰ গাল দুখন চেলেকি আছে। সেই কাৰণেই মানুহৰ সমাগম আৰু বেছি হৈছে। সাপে মানুহ বিয়া কৰোৱাৰ কথা পুৰণা কাহিনীতহে শুনিছে মানুহে বা আজি-কালিও য'তে ত'তে শুনিছে আছে কোনেও দেখা নাই এতেকে এইবাৰ নিজ চকুৰে দেখিব। ফোপাই জোপাই লৰি লৰি আহোতে বহুতে এনেধৰণৰ কাহিনীকে কৈ আহিছিল। কোনোবাই শুনক নুশুনক কথা নাই কিন্তু যেয়ে যিমান জানে এনে কাহিনী কৈ আহিছে। ৰতনে ক'লে বোলে তাৰ বাপেকে হেনো এনেকুৱা এটা ঘটনা দেখিছিল। গোটেই বাগানখনত বোলে তাইৰ সমান ধুনীয়া ছোৱালী নাছিল। নাম আছিল সোনা। সোনাৰ মাকৰ বোলে গোৰা চাহাবৰ লগত প্ৰেম আছিল। সোনাৰ বাপেক আছিল চাহাবৰ বঙলাৰ মালী। মালীৰ ঘৈণীয়েক মালতি চাহাবৰ বঙলালৈ বোলে প্ৰায়েই গৈছিল। তাইৰো ৰূপ আছিল ধুনীয়া। মজদুৰৰ মাইকী বুলি বোলে কবই নোৱাৰি। তাই বোলে বঙলাত কেতিয়াবা কেতিয়াবা ৰাতিও আছিল। চাহাবৰ মেম দেশলৈ গ'লে তাই হেনো সদায় বঙলাতে আছিল। তাই বোলে চাহাবক বটলৰ পৰা গিলাচত মদ চেৰাপ বাকি দিবও জানিছিল। এবাৰ তেনেকৈ থাকোতে বেয়া অৱস্থাত পাই মেমজনীয়ে চাহাবক এক চৰ মাৰিলেও। মেমে পিছে মালতিক একোকে নকৰিলে। তাৰ দুদিনৰ পিছতে মেমজনীক চাহাবে গুলীয়াই মাৰিলে। মানুহক চুইচাইড্

কৰিলে বুলি ক'লে। চেনা-পোনা দুটা দেশলৈ পঠাই দিলে। সেই মাজতিৰে হোৱালী আছিল বোলে সোনা। সোনা একেবাৰে ৰঙী হোৱালী আছিল। গাত তুলিবলৈ গ'লে বোলে ৰ'দত ৰঙা হৈ পৰিছিল। এদিন বোলে তাই দুপৰীয়া অকলে অকলে নদীত গা ধুই আছিল। তাইৰ গাত একো কাপোৰ নাছিল। পেটিকোটটো পিন্ধি নদীত গা ধুই থাকোতে কৰবাৰ পৰা বোলে একটা নাগ আহিল, আহি তাইৰ গাত মেৰাই ধৰিলে। সাপটো বোলে ত্ৰিশহাতমান দীঘল আছিল। নাগ-টোৱে তাইক মেৰাই ধৰি তাইৰ গালত চুমা খাইছিল আৰু তাইৰ গাখীৰ চুপি চুপি খাইছিল। নদীৰ পাৰত মানুহ জমা হ'ল নাগটোৱে হেনো ক'লে বোলে সোনাক সি চাদি কৰিব। মানুহচৰে উপায় নাপায় সোনাক দি দিলে। তিনিদিনৰ পিছত সাপটোৱে সোনাক লৈ গুচি গ'ল। ৰতনে এই কাহিনীটোকে দৌৰি দৌৰি আহোতে ফোপাই ফোপাই কৈ আহিছিল। ৰতনে ক'লে বোলে তাৰ বাপেকে দেখিছিল বোলে। বাপেক তেতিয়া হোট আছিল। ৰতনৰ কথা শেষ হ'লত তেনেকুৱা কথা এটা আৰু এটাই আৰম্ভ কৰিলে। কিন্তু কাৰোৰে শুনাৰ সময়হে নাছিল। গতিকে গতুৰাৰ গাতক জীয়েকক সাপ এটাই বিয়া কৰাবলৈ লোৱা কথাটো চাগৈ মানুহ নিজেই আহিছে।

নাকান্দি বহি থকা গতুৰাই ক'লে কথাবোৰ। গৰমত শুব নোৱাৰি গতুৰা, চুক্ক আৰু দুখু বাহিৰৰ বাৰাণ্ডাত শুবলৈ গ'ল। মাটিত পাৰি শুবলৈ একো নাই। চুকতে মাছ ধৰা খেৰালী জালখন আছিল। অলপ তিতিও আছে। গৰমত পাৰি শুবলৈ ভাল হ'ব। জালখনকে মাটিত মেলি লৈ তিনিওটা তাৰ ওচৰতে শুলে। চাকি জ্বলাবলৈ কেৰাচিন তেল নাই। কৰবাত ওলোৱা জোনটোৰ অলপ অলপ পোহৰ হাবি-বনৰ মাজেদি সৰকি আহি বাৰাণ্ডাত পৰিছিল। অলপদেৰীৰ পাছত প্ৰথমে দুখুৱে ক'লে, "বাপ কিবা একটাই কামড়াইল।" গতুৰাই পকৰা চকৰাই কামুৰিলে বুলি একো নক'লে। তাৰ অলপ পৰৰ পাছত চুক্কৰেও ক'লে, "বাপ হামাকেও কিবা একটাই কামড়াল।" বাপেকে এইবাৰ নিশ্চয়কৈ ধৰি ল'লে যে মাছ মৰা জালত পকৰা থাকেই আৰু সেই পকৰায়েই গুদা গাত কামুৰিছে। তাৰ পিছত দুখু আৰু চুক্কৰো টোপনি আহিল, একো মাত নিদিয়া হ'ল আৰু গতুৰাৰো টোপনি আহিল। কালিৰ কামখাৰীত মাবৰ

সময়ত মাইকীটোৱে জগাই দিলত দেখে যে জালটোৰ ভিতৰত সাপ একটা আছে আৰু পুতেক দুয়োজন শুই আছে। নাকেদি বায়ু খোৱা নাই। সাপটোও মৰাৰ দৰে থৰ লাগি আছে লৰচৰ কৰা নাই কেৱল মুখখনেদি জিভা উলিয়াই সুমুৱাই চকু দুটাৰে চাই আছে। সাপটোৰ পাটো জালৰ সুতাৰে মেৰ খাই আছে।

মানুহেও আহি জালত সাপটো দেখিলেহি। বেছি দীঘল নহয় মাত্র ডেৰহাত মানহে দীঘল। মুগাবৰণীয়া সাপটোৱে জিভা উলিয়াই নচুৱাই আছে। সাপটোৱে জিভাখন এনে দৰে ঘনে ঘনে মানুহলৈ চাই চাই উলিয়াই সুমুৱাই আছে দেখিলে এনে এটাহে ভাব হ'ব যে সাপ-টোৱে যেন গোটখোৱা প্রতিটো মানুহকে চেলেকি মাৰিব। মানুহবোৰে দুখু আৰু চুক্ৰুক দাণ্ডি জালখনৰ পৰা আঁতৰাই আনি কাপোৰ এখনৰ ওপৰত দুয়োটাকে শুৱাই দিলে। তাৰপিছত জালখন জোকাৰি দিলত সাপটো লাহে লাহে ওলাই গ'ল। গৈ জেওৰাখনৰ ওচৰৰ খালটো পায়েই যাব নোৱাৰা হ'ল আৰু তাতে মৰি থাকিল। সাপটোও মৰিল। মানুহে তেতিয়াই ক'লে ইচ ইচ্ বাবা। নাগসাপটোও মৰ্‌ল তবে ৷কুড়া দুটা কাহা বাচ্‌বেক। কালনাগ লাগেৰে কাল নাগ লাগে।

চকু জাপ খাই থকা নাকেৰে বায়ু নোখোৱা বেটা দুটাক কাপোৰ-খনৰ ওপৰত মানুহে ধৰাধৰিকৈ ওপৰলৈ মুখ কৰি শুৱাই দিয়াৰ পিছৰ পৰাই মাকে কান্দিবলৈ আৰম্ভ কৰিলে। প্রথমে চিঞৰি চিঞৰি, মাজতে সৰুকৈ আকৌ পিছত চিঞৰি চিঞৰি বুকু চকিয়াই আকৌ পিছত সুৰ ধৰি ধৰি মানুহজনীয়ে কান্দিবলৈ ধৰিলে। মানুহজনীৰ কান্দোনৰ লগত আৰু কেইজনীমানেও সহযোগ কৰিলে। প্ৰত্যেকজনীয়ে কান্দোতে নিজৰ নিজৰ কথা কৈ গ'ল—ওচৰৰ লগৰীয়া কান্দুৰী-জনীয়েনো কি কি কৈ কৈ কান্দিছে তালৈ মন কৰা নাই। গোট খোৱা মানুহবোৰৰ কোনেও কিন্তু মানুহজনীক নাকান্দিবৰ কাৰণে বাধা দিয়া নাই। এজন বুঢ়াই ক'লে বোলে সাপে খোৱা মানুহ আৰু পানীত পৰি মৰা মানুহৰ ওচৰত চিঞৰি চিঞৰি কান্দিব লাগে কাৰণ ক'ৰবাত লুকাই থকা জীউটো আকৌ আহিব খোজে। কান্দিলেহে জীউটোৱে গম পায়। গতিকে কোনেও বাধা নিদিলে।

## ॥ দুই ॥

ভাগে ভাগে বেজ আছিল। যেয়ে য'তে যেনেকৈ পাৰে বেজক খবৰ দিলে। পথাৰত গৰু ম'হৰ শ পেলোৱাৰ পাছত যেনেকৈ এটা দুটাকৈ কাউৰী, শগুণ আহি আহি ঘেৰি পেলায়হি তেনেকৈ হাতত টোপোলা একোটা লৈ লৈ বেজবোৰ আহিল। যি বেজে যি কৈছে মানুহে তাকে যোগাৰ কৰি দিছে। কাৰোবাৰ কাৰণে বিহলঙণি বন, কাৰোবাৰ কাৰণে পথাৰৰ ৰঙা মাটি, কাৰোবাৰ কাৰণে সৰু সৰু নতুন মাটিৰ মলাত দৈ গাখীৰ, এঙ্গা গাখীৰ, কাৰোবাৰ কথামতে বাঁহী, কাৰোবাৰ কাৰণে মঙ্গল চাবলৈ কড়ি, কাৰোবাৰ কাৰণে আৰৈ চাউল, কাৰোবাৰ দিহামতে কলপতুৱাৰ খোলত আৰৈ চাউলৰ ভোজণি মুঠ কথাত মুহূৰ্ততে এইবোৰ বস্তুৰ যোগাৰ হ'ল। এই বস্তুবোৰ যোগাৰ কৰিবৰ কাৰণে কোনেও পিছে গৃহস্থক একোকে দিগ্‌দাৰিও কৰা নাই একোকে খোজাও নাই। সিকি এটা লাগে ৰূপৰ টিকা টকা লাগে—মাটিৰ চাকি এটা লাগে যোগাৰ হৈ গৈছে। গোটখোৱা এজন বেজে ক'লে বোলে সোণৰ বস্তু এটা লাগে, তামী এটা লাগে পানীৰ সৈতে। সেইকেটা বস্তু যোগাৰ কৰিবলৈ অলপ দৌৰা দৌৰি কৰিবলগীয়া হ'ল। নেপালী বস্তিলৈ লৈ গৈ সোণৰ বস্তু এটা আনিবলগীয়া হ'ল। মজদুৰৰ কাৰোৰে হাতত সঁচাকৈয়ে সোণ নাই। যদিও হাত-কাণ-নাক-ডিঙি-ভৰি সকলোতে অলঙ্কাৰেই আছে আৰু অলঙ্কাৰবোৰো সোণৰ দৰেই তথাচ সেইবোৰ সোণৰ নহয়। হয় পিতলৰ, নহয় সোণৰ দৰে কিবা কেমিকেলৰ। বেছিভাগে আকৌ সিকি দহ পইচীয়া ফুটাই-ফুটাই অলংকাৰ কৰি পিন্ধিছে। পইচাৰ অলংকাৰ কৰি পিন্ধাবোৰ পিছে বয়সীয়া মহিলা। বয়সীয়া বহুত পুৰুষেও কাণত ফুটাই সিকি একোটা পিন্ধিছে। আকৌ দৰকাৰ হ'ল এতিয়া তামী এটাৰ। তামী ক'ত পোৱা যাব? কোনোবাই ক'লে বোলে পূজাকৰা বামুণৰ ঘৰতহে তামী পোৱা যাব। এতেকে বড়পছুৱ তজৰ থানত পূজা কৰা বঙালী বামুণ মহাদেউ

চক্ৰৱৰ্তীৰ ওচৰলৈ চাইকেল চলাই দিলে "দুটামানে। তামী এটা পালে, দিলেহি। কাণৰ পৰা সোণৰ পাচা এপাট খুলি দিয়া নেপালী মাক-জনীয়ে ক'লে বেটা দুটা হওক এই পাত লাগে যদি বেজে লৈ যাওক মোক ঘূৰাই নিদিলেও হ'ব। সকলো মাকৰে একেই দুখৰে হ'লে ভাল হক মোক নাই দিলেও হ'ব। তবে দিলে দিব কিন্তু বোলে ঘূৰাই দিয়াৰ নিয়ম নাই—নাইলাগে লৈ যাওক বেটা দুটা ভাল হ'লেই হ'ব। মুহূৰ্ততে বেজ যিমানবোৰ গোট খালে গোটখোৰা মানুহৰ ভেৰকুৰি-মানক সাপে খুটি মাৰিলেও তেতিয়া সাৰিবলৈ বেজৰ অভাৱ নহ'ব।

ভাগে ভাগে বেজে জাৰিবলৈ আৰম্ভ কৰিলে। একোটাহঁতে থিয় হৈ দীঘল বিহলগুণি লৈ মূৰৰ পৰা ভৰিলৈকে কোবাই কোবাই মন্ত্ৰ মাতিছে। জোৰেৰে কোবাইছে। অলপ দেৰী কোবোৱাৰ পাছত বিহলগুণিৰ আগ ক'লা পৰি গৈছে আৰু তেতিয়াই সেইমুঠি পেলাই নতুন এমুঠি লৈছে। মানুহে কৈছে দেখ কিমান বিষ্ লাগেৰে টুকুনটা সময়ৰ ভিতৰতে গছটাডি ক'লা পৰ্‌লেক। একোটা-হঁত বেজে আকৌ ৰঙা মাটিবোৰ সানি কুটি বনাবলৈ মৰা আটাৰ নিচিনা কৰি লৈছে আৰু তাৰে বাটলুগুটিটোমান সৰু সৰু গোল গোল লাড়ু বনাইছে, বনাই মানুহ এটাৰ পিঠিত কাহিখন ধৰিবলৈ লৈ তাতে মন্ত্ৰ মাতি মাতি এটা এটাকৈ দলিয়াই আছে। একোটাহঁতে আকৌ খোলত গাখীৰ লৈ তাৰ ওচৰত কিবা মন্ত্ৰ মাতি আছে। কৈছে বোলে সাপটো আহি খোলত গাখীৰ খাই ল'বাৰ গাৰ পৰা বিষটো মুখেৰে কাঢ়ি আনিব তেতিয়াই খোলৰ গাখীৰবোৰ ক'লা পৰি যাব। কোনোবা এটাই ক'লে সাপটোতো মৰিলেই। মৰিলে কি হ'ব তাৰ পৰাই উঠিব। কথাটোৰ কোনো বিজ্ঞানসন্মত বিশ্লেষণহে নাই তথাচ কিছুমানে এনেকৈ ক'লে যে সাপে মানুহৰ গাত বিষ ঢালিলে সাপটোও মৰাৰ নিচিনা হৈ থাকে। সেইবাবেই সাপে মানুহ খুটিবলৈ মন নকৰে নোৱাৰাতহে খোটে। কোনো কোনো বেজে আকৌ কড়ি আৰু চাউল লৈ মঙ্গল চাইছে। কেবাবাৰো চোৱাৰ পাছত নিজে বুজাৰ ধৰণেৰে মূৰ জোকাৰিছে। এই সকলোবোৰ বেজৰ ওচৰতে কিন্তু ভাগে ভাগে জুম জুম মানুহ গোট খাই আছে গুড়ৰ মদাত পকৰাৰ জাক গোট খোৱাদি। কিছুমান বেজে মন্ত্ৰ মুখৰ ভিতৰতে মাতিছে কিছুমান, বেজে চিঞৰি চিঞৰি মাতিছে। কোনো কোনো বেজে আকৌ বিষ বাৰুনি দিছে।

সাপে খোৱা ল'ৰা দুটা যে মৰিল এই কথাটো সকলোৱেই দেখিছে জানিছে, বেজে যে জাৰিছে তাকো সকলোৱেই দেখিছে, মৰা মানুহ যে নিজীয়ে তাকো সকলোৱেই জানে অথচ জাৰি থাকোতে ল'ৰা দুটাই চকুমেলালৈ সকলোৱে বাট চাই আছে।

চাপৰ, পুৰণা, মাটিজেপি যোৱাৰ নিচিনা উঁয়ে খোৱা জেওৰাখনৰ ওচৰতে আঢ়ৈহাতমান দীঘল গোটা বাঁহ এটুকুৰা আছে তাতে টিকা দুটা থৈ গতুৰাই পায়খানা কৰিবলৈ বহা মানুহৰ দৰে বহি কিলাকুটি দুটাৰে উদং আঁঠু দুটাত ভেজা দি হাতৰ তলুৱা দুখন গালত থৈ বহি আছে। পিন্ধি থকা মাকিনৰ মলিয়ন চুৰিয়াখন, কৰঙন পৰ্য্যন্ত ওলাই আছে। গতুৰাক মানুহে বৰকৈ আমনি কৰা নাই।

শ দুটা যেৰাও কৰি মানুহৰ জুমটো আছে যদিও দক্ষিণ ফালৰ মুকলি ঠাই টুকুৰাৰ পৰা আৰম্ভ কৰি শ দুটালৈকে এহাত ডেৰহাত মান বহলকৈ এটা বাট খালী কৰি ৰখা হৈছে বেজৰ নিৰ্দেশত, কাৰণ সাপটোৱে চেঙালুটি পাৰি দেও মনিচ নামানি দেদাওঁৰিয়াই আহিব মন্ত্ৰৰ বলত, তেতিয়া বাট এটা খোলা নাপালে অসুবিধা হ'ব, মহামুস্কিল হ'ব। অথচ শ দুটাৰ পৰা দোকৰহাত মান আঁতৰৰ খালটোতে ল'ৰা দুটাক খোটা সাপটো মৰি পৰি আছে। কিছুমান মানুহে ভিতি মেলি মেলি খালী পৰি থকা বাটটো উঁধৰ পৰা মূধলৈকে চাই আছে কিজানিবা মন্ত্ৰৰ বলত সাপ আহিছেই, আহিবই, পালেহিয়েই পাবহিয়েই। তাৰে কিছুমান মানুহে কিন্তু ঘনে ঘনে মৰি পৰি থকা সাপটোলৈহে চকু দি আছে সেইখিনি মানুহৰ মনত যে অজানিতে শঙ্কা এটা সন্দেহ এটা লাগিছে তাক অলপ মন কৰিলেই বুজা যায়। দুই একে আকৌ মৰা সাপটোৱে লৰচৰ কৰা জিভাখন যেন উলিয়াইছে জিভাখন যেন উলিয়াইছে তেনেকুৱা সন্দেহ এটা প্ৰকাশ কৰি ফুচফুচাই আলোচনা কৰি বেছি ওচৰৰ পৰা জুমি জুমি চঁ চঁকৈ চাই আছে। মাজে মাজে খিচ্ খিচিয়া ল'ৰা-ছোৱালী এজাকো ওলায়হি, পিছে ডাঙৰৰ ধমকত ফৰিংছিটিকা দিয়ে তাৰ পিছত লাহে লাহে আকৌ গোট খায়হি যেনেকৈ ভাঠ পুনিৰে ভৰি থকা পুখুৰী এটাত চপৰা এটা মাৰি পঠালে পুনিবোৰ চাৰিওফালে আঁতৰি গৈ আকৌ অলপ পাছতে লাহে লাহে আহি আহি গোট খাই আগৰ নিচিনা হৈ পৰে। পূবফালে শাওনমহীয়া বেলিটোৱে আকাশখন ৰঙা কৰি এনেদৰে বেঁকা হৈ ওলাইছে যেন লাজকুৰীয়া ন বোৱাৰী এজনীয়েহে দুৱাৰৰ গোন্ধত

ভেজা দি চাওঁ নাচাওঁকৈ মুখখনৰ অকণমান উলিয়াই বাহিৰলৈ চাইছে। অকণমানকৈ ওলোৱা বেলিটোৱে তলৰ ঘটনাটোকে ওপৰৰ পৰা চোৱাৰ নিচিনা লাগিব।

তেনেতে চিঞৰ বাখৰ কৰি ওলালহি এটা মানুহ; জানকীৰাম পুৰা ছফুট ওখ। তাৰ মুৰৰ চুলিবোৰ ডাওনাৰ সেনাপতিয়ে পিন্ধাৰ নিচিনা গলধনলৈকে পৰি থকা আৰু কেঁকোৰা কেঁকুৰি। সি হাত চুটি এটা হাৱাইন চাৰ্ট পিন্ধিছে, কঁকালত হাফপেণ্ট। চোলাটো আঁকবাক, পেণ্টটো খাকীকাপোৰৰ। ছফুট ওখ হটঙা মানুহটোৰ চকু দুটা ডাঙৰ ডাঙৰ আৰু ৰঙা। তাৰ মাতটো ইমান ডাঙৰ যে সি যেন মুখত এটা ধতুৰা ফুলৰ দৰে ডাঙৰ, লাহানিৰ লাউড স্পীকাৰ এটা লৈহে অনবৰতে কথা কয়। সেই ডাঙৰ মাতটোৰেই সি চিঞৰ বাখৰ আৰম্ভ কৰি দিলে—"আৰে ভোদা মানুহচব বেজ লগাই কি হ'ব? মেনেজাৰৰ ওচৰত যা—গাড়ী আন। ডিব্ৰুগড়ত যাব লাগিব।" কিছুমানে এই কথাটো মুঠেই পছন্দ নকৰিলে—মোক আপত্তি কৰিলে বেজৰ হাতৰ পৰা এৰুৱাই নিবলৈ পিছে জানকীৰামৰ মুখত মাতে কোনে? জানকীৰামে এইবাৰ সাপ আহিবলৈ কৰি থোৱা বাটটোত থিয় হ'ল। এইটো কি? সাপ আহিব। ক'ত সাপ আহিব। আহিব পৰা জান থকা হ'লে সাপে মানুহ নাকামুৰিলেহেঁতেন। চাওঁ কোনটো সাপ?" সেইবুলি জানকীৰাম বেগা মেলি জেওৰাখন পাৰ হৈ মৰা সাপটোৰ ওচৰত ৰ'ল। "এইটো মৰিলনে নাই?" সক মাৰি এডাল লৈ মৰা সাপটো লিৰিকি বিৰিকি চালে—প্ৰমাণ কৰিলে যে সাপটো মৰিল। তাৰ পাছত জানকীৰামে ক'লে, চাওঁ এটা ডাঙৰ মুখৰ বটল বা এটা টেমা আনাহঁক। কোনোবা এটাই বিচাৰি বিচাৰি পুৰণা হৰলিক্সৰ বটল এটা ধুই পখালি আনি দিলেহি। বটলটোৰ সাফৰ নাই। জানকীৰামে মাৰিডালেৰে মৰা সাপটো দাঙি বটলটোৰ ভিতৰত ভৰালে। ভৰাই কাগজ এখনেৰে মুখখন সোফা এটা দি চুটুলি এডালেৰে টানকৈ বান্ধিলে। ডিব্ৰুগড়লৈ এই সাপৰ বটলটোও লৈ যাব লাগিব। ডাক্তৰে চাব পাৰে কি সাপে কামুৰিলে। সেই মতেহে চিকিৎসা হ'ব। পিছে ইমান দেৰি হ'ল—কালি ৰাতিয়েই সাপে খাই মাৰিলে এতিয়ালৈকে ডাক্তৰৰ ওচৰলৈ নিয়াই নহ'ল—এতিয়া আৰু স্বয়ং ধনন্তৰী আহিলেও কিবা যে কৰিব পাৰিব আশা নাই।" এই আটাইবোৰ কাণ্ড মানুহবোৰে যাদুখেল চোৱাদি চাই আছিল, যেন জানকীৰাম সাপৰ বেজ

দেখুউৱা এটা বাজীকৰহে। জানকীৰামে মৰা সাপটো নিজে বটলত ভৰোৱা কথাটোত বেজ বা ৰাইজ কোনেও সমৰ্থন নজনালে কাৰণ তেওঁলোকে ভাবি আছিল যে মন্ত্ৰৰ বলত সাপে আকৌ মৰাৰ পৰা বগাই আহি ল'ৰা দুটাৰ গাৰ পৰা বিষ কাঢ়ি নিব আৰু তেতিয়াই ল'ৰা দুটা জী উঠিব।

গাড়ীৰ কাৰণে মেনেজাৰৰ ওচৰলৈ দৌৰ মৰাকেইটা ঘূৰি আহিল। ক'লে বোলে গাড়ী অলপ পাছতেই দিব। জানকীৰামে দপদপাই উঠিল, "এতিয়াও সি অলপ পিছ হৈ আছেনেকি? তৎক্ষণাত লাগে বুলি কোৱাঁ। কালি ৰাতিয়েই সাপে খাই মাৰি থৈছে এতিয়া আৰু ৰবৰ সময় নাই।" আকৌ কেইটামান বগুলাই দৌৰ মাৰিলে। মানুহকেইটা মেনেজাৰৰ ওচৰলৈ দৌৰ মৰাৰ পৰা ঘূৰি অহালৈকে এই সময়কণো বেজে মৰাশ দুটা জাৰিবলৈ এৰি নিদিলে। মাকে সুৰ ধৰি কান্দিয়েই থাকিল আৰু বাপেক বহাতে বহিয়েই থাকিল। জানকীৰামে তাৰ লাউডস্পিকাৰ লগাই লোৱা মাতটোৰে কৈয়েই থাকিল — "চাল্লা গোটেই জীৱন তেজ দিছো, তেজ বমি কৰি কাম কৰিছো আমাৰ থকা ঘৰ দিছে এইবোৰ। মেনেজাৰৰ বঙলাত আমাৰ চাৰিশ মানুহ থাকিব পাৰিম সিহঁতৰ থাকে চাৰিজন। চাৰিজন মানুহ থাকিবৰ কাৰণে কুম্পানীয়ে বছেৰেকত চাৰিলাখ টকা খৰছ কৰে কিন্তু আমাৰ চাৰিহাজাৰ মানুহৰ থকাৰ কাৰণে কুম্পানীয়ে চাৰিশ টকা খৰছ কৰিবলৈ টান পায়। ইমান হাবিৰ মাজত ইমান লেতেৰা ঠাইত ইমান খেপা খেপি ঘৰত সাপ নাহিব কিয়? ইয়াত মানুহ থাকেনে? ইয়াত মানুহ থাকেনে সাপ থাকে? ইয়াত এনেকুৱা ঠাইত আমি থকা ঘৰবোৰত মেনেজাৰৰ ঘৰৰ কুকুৰটোৰে পায়খানাও নকৰে. চালা মই মিছা কৈছো যদি দেখি থাক কুকুৰটো আনি ইয়াত সুমুৱাই দিয়া— সি পায়খানাও নকৰিব ইয়াত ইমান লেতেৰা। গোটেই জীৱন খোজকাঢ়িব পৰাৰে পৰা আমি আমাৰ ল'ৰা-ছোৱালীয়ে চাহবাগানত কাম কৰিম কিন্তু সিহঁতে আৰাম কৰিব। আমি তেজ মাৰি চাহপাত ক'লা কৰো সিহঁতে সেই চাহপাতৰ পৰা নিজৰ গাত তেজ বঢ়াই লয়—হয়নে নহয় ৰাইজচব আপোনালোকে নকয় কিয়?" মানুহবোৰে জানকীৰামৰ এই 'হয়ভৰ' বিচৰা কথাষাৰত মুখেৰে ৰব বেছি একো নকৈ মূৰ দুপিয়ালে। জানকীৰামৰ মুখ খোল খালে জাপ নাখায়—এই কথাষাৰনো বাগানৰ কোনে নাজানে। আকৌ ক'লে, "এই ইউনিয়ন

ক্ৰিউনিয়ন মজদুৰ ইউনিয়ন এইবোৰ চব ফাকি, চব ফন্দী। চব টকা খোৱাৰ ফান্দী। টকা নিজৰ জেপলৈ যাবলৈ এইবোৰ পানী বৈ যোৱা লোৰৰ দৰে। আপোনালোক বাইজসকলে নাজানে যোৱা বছৰটোত এই কুম্পানীৰ দুই-কোটি টকা প্ৰফিট। নেট প্ৰফিট। আপোনালোকে বিশ্চাচ কৰিব পাৰিবনে—দুই কোটি টকা এই কুম্পানীটোৰ নেট প্ৰফিট বুলি। কিন্তু বাইজসকল চাওক আমাক কেনেকুৱা ঘৰ দিছে। চোটচাহাবৰ বঙলাৰ ফুলনীখনতে মালীৰ দৰ্মহা চৰ্মহা চব মিলাই মাহিলি এঘাৰশ টকা খৰছ কৰে। জীয়া মানুহ মালীটোৰ দৰ্মহা—তাৰ পৰিয়াল চলাবলৈ দিয়া দৰ্মহা হয় মাহিলি দুইশ চলিশ টকা কিন্তু সেই মালীয়ে কাম কৰা ফুলনীখনৰ গছৰ কাৰণে কেৱল গছৰ কাৰণে খৰছ কৰে আঠশ ষাঠি টকা। ফুল ফুলা দেখিলে তাকে চাই চাহাব মেমচাহাবৰ দিলখোচ হ'ব—মন ভাল লাগিব কিন্তু মালীয়ে আজি-কালিৰ দিনত দুইশ চলিশ টকাৰে পৰিয়াল পুহিব নোৱাৰি ৰাতি ৰাতি ঘৰত কান্দিব তাক খবৰ ৰাখিছেনে? এইবোৰ হ'ল আমাৰ মালিক-বোৰৰ কুম্পানীৰ আমাৰ প্ৰতি কৰা বিচাৰ।

—এস্ কোম্পানীয়ে কিমান কৰিব? আগতকৈ বহুত কৰিছে দিয়া।

—আপুনি মনে মনে থাকক হাজীৰাবাবু। কিটো কৰিছে কি খোলাটো কৰিছে আমাৰ মজদুৰৰ কাৰণে যাক আপোনালোকে কুলী বুলি কয়, কুলীৰ কাৰণে কোম্পানীয়ে কি লাওখোলাটো কৰিছে মোক কওকচোন।"

—কোম্পানীয়েতো সাপটো পঠাই দিয়া নাই নহয় গতুৰাৰ বেটা-দুটাক খাবলৈ। নচীবত নাই।

—কি নচীবৰ কথা কৈছে? কি কুম্পানীৰ কথা কৈছে হাজিৰা বাবু? ইমান দিনে যে এনেকুৱা ঘৰত থাকিও সাপৰ কামোৰ নোখোৱাকৈ বাচি থাকিল সেইটোহে ভাওৰ কথা—নমৰাকৈ যে থাকিল সেইটোহে ভাওৰ কথা—তাত আকৌ নচীবৰ কথা কবলৈ আছিছে। প্ৰতিবছৰেই মজদুৰ লাইনত সাপৰ কামোৰত মানুহ মৰে। আপোনা-লোকৰ মেনেজাৰৰ বঙলাত বা আপোনালোক বাবুবোৰৰ ঘৰত কিমান মানুহক সাপে কামুৰি মাৰে মোক কওকচোন। নচীব সদায় আমাৰ মজদুৰবোৰৰহে বেয়া হ'ব লাগেনে? কিবা এটা হ'লেই খালি নচীব নচীব, নচীবৰ কথা কৈ কৈ সদায় আমাক ভুলাই ৰাখিবলৈ চেষ্টা

নকৰিব। নচীব বেয়া নচীপ বেয়া। হেৰ' নচীবৰো অধিকাৰহে সমান বেয়া হ'ব লাগেনে? ধন থকাবোৰৰ দেখোন নচীব সদায় ভাল হৈ থাকে—নচীব আৰু ঈশ্বৰে ধনীবোৰকহে ভাল পায়নেকি? হঁ—।

জানকীৰামৰ খং উঠিল। প্ৰকৃততে ভোম্বা শৰ্মা নামৰ হাজিৰা মহৰীজনেও তেনে এধাৰ কথা কৈ জানকীৰামৰ খং উঠাই নললে-হেঁতেন যদিহে তেওঁ মানুহবোৰৰ মাজত চোটচাহাবৰ বগুলাৰ চকীদাৰ বিৰচাক নেদেখিলেহেঁতেন। মালিকৰ ভৰিয়ে হাতে অনবৰতে তোষা-মোদৰ তেল মালিচ কৰি থকা ভোম্বা শৰ্মাই নিশ্চয়কৈ জানিছিল যে কুম্পানীৰ হে দুৱাৰাৰ কোৱামানে মেনেজাৰৰ কৰে কোৱা হ'ব আৰু তাকেই কৰিলে তাৰাতাৰি চোটচাহাবৰ বগুলাৰ চকীদাৰ বিৰ্‌চাই ৰিপোৰ্ট কৰিব চাহাবক। এচিচ্‌টেণ্ট মেনেজাৰে জনা মানেই মেনেজাৰে জনা, সেইবাবেই সেই উদ্দেশ্যটো আগত ৰাখিহে কথাকেইষাৰ কৈছিল। ইপিনেদি কুম্পানীৰ হৈ কিবা ক'লেই জানকীৰামৰ টিঙিচ্‌কৈ খং উঠি যায়। সকলো হক কথাতেই জানকীৰামে মাত মাতে বুলি মহৰীদুৰ-বোৰে জানেই। জানকীৰামে কোনোকালেই কোনো কালৈকো হক কথাত, সঁচাকথাত, ন্যায় কথাত মুখ দাঙি কথা কবলৈ পৰোৱাই কৰা নাই, নকৰে। দাবী কৰিবলৈ ভয় নকৰে। সেই বাবে বাবুসকল আৰু মেনেজমেণ্টেহে তালৈ ভয় কৰি চলে। ইতিমধ্যে ট্ৰাক এখন আহিল। সাপে খাই মৰা ল'ৰা দুটা ট্ৰাকত তোলা হ'ল। ল'ৰা দুটা ট্ৰাকত তোলোতে মাকজনীয়ে বেছি লিক্ৰৰি চিক্ৰৰি কান্দিবলৈ ধৰিলে। এইবাৰ বহাৰ পৰা গতুৰাও উঠিল। উঠি সি ট্ৰাকখনৰ গাত ধৰি গুৰাই দিয়া ল'ৰা দুটাৰ মুখ দুখন বেঙা মেলি চালে। এই প্ৰথমবাৰৰ কাৰণে গতুৰাৰ চকু দুটা জলক তবক কৰিবলৈ ধৰিলে আৰু সৰ্‌-সৰ্‌কৈ দুচকুৰেদি পানী বাগৰি আহিবলৈ ধৰিলে। ল'ৰা দুটাৰ লগতে কেইটামান ট্ৰাকত উঠিল। ল'ৰাদুটাৰ মোমায়েক, দদায়েক আৰু দুটা। বহুতে জানকীৰামকো যাবলৈ কৈছিল, জানকীৰামেহে বোলে মই যোৱাৰ কোনো লাভ নাই। ল'ৰা দুটাটো মৰিলেই কেৱল মন পতিয়াবলৈ পঠোৱা হৈছে। কলঘৰৰ পৰা অগা-পিছাকৈ তিনিটা উকি মাৰিলে। জুম বান্ধি থকা মানুহবোৰ ফৰিং চিটিকা দিলে। ভিঊতিলৈ গলম হ'ল। জানকীৰামক ধৰি মাত্ৰ ছয় সাতটামান মানুহহে থাকিল। মানুহবোৰ যোৱাৰ পাছত উদং চোতালখনলৈ চাইহে ধৰিব পৰা গ'ল যে অগণন প্ৰজা গোট খাইছিল। চোতালৰ বোকাত খোজেই

খোজ। মানুহৰ খোজত চোতালৰ পিন্‌পিনোৱা বোকা শুকাই ক্ষৰকাল হৈ পৰিল।

জানকীৰামে এইবাৰ ল'ৰাদুটাৰ মাক-বাপেকক উদ্দেশ্য কৰি কিছুমান কথা ক'লে। জানকীৰামৰ কথাবোৰ বাকীকেইজনে হয় হয় বুলি শলাগিলে। গতুৱাই চৰা পীৰা আনি চোতালতে পাৰি দিলেহি। বহো নবহোকৈ আটাইকেইটা বহিল। বাৰাণ্ডাত ওৰণি এখনেৰে মুখ ঢাকি গতুৱাৰ ঘৈণীয়েকে উচুপি উচুপি কান্দি আছিল। মানুহজনীৰ গাত ধৰি আছে ভাঙৰ জীয়েক আৰু ভনীয়েকে। সিহঁত দুজনী কামলৈ নগ'ল। বহাৰ পৰা জানকীৰাম উঠি ঘৰটোৰ পিছফাললৈ গ'ল। অভ্যাস থকা সত্ত্বেও জানকীৰামে ঘৰৰ ছালত নিজৰ মূৰত দুই তিনিবাৰ খুন্দা খালে। পিছফাললৈ গৈয়ে জানকীৰামে চিঞৰি উঠিল, "ইমান হাবি ইয়াত আৰু সাপ আছে। এনেকুৱা হাবিত বহুত সাপ থাকিব। আৰু মানুহবোৰ বৰ অকৰা হৈ আছে। কুম্পানীয়েতো সুবিধা কৰি নিদিয়েই—কুম্পানীয়ে আমাক জন্তু-জানোৱাৰ জধামুৰ্খ কৰি ৰাখিয়েই ভাল পায় তথাচ আমাৰ মানুহেতো নিজে অলপ শিকিব লাগে। পিৰালিৰ চুকৰ হাবিবোৰ নিজে কোৰ কটাৰী মাৰি কাটি-কুটি চাফা কৰি ল'ব পাৰে নহয়। এতিয়া সাপে খাই কাক মাৰিলে—মেনেজাৰকনে আমাক ?" বাকী কেজনে মুখেৰে নামাতিলে।

# ॥ তিনি ॥

জানকীৰাম মতাৰ ফালৰ চৰ্দাৰ। গতুৰাৰ ঘৰৰ পৰা সি বাহিৰে বাহিৰে কামলৈ গ'ল। বাগানৰ মাজতো সেইদিনা সকলোৱেই মাত্ৰ একেটা কথাকে আলোচনা কৰিলে-গতুৰাৰ ল'ৰা দুটাক সাপে কামুৰি মাৰিলে। মানুহবোৰে কামৰ মাজতে নিজৰ নিজৰ সাপৰ অভিজ্ঞতা ক'লে। কোনে কিমান বিধৰ সাপ দেখিছে, কাক কাক কেতিয়া সাপে কামুৰিছে বা মেৰাই ধৰিছে, কোন কোন কেতিয়া সাপৰ মুখৰ পৰা সাৰিছে, কোনে কিমান ক'ত ক'ত সাপে কামুৰি মৰা মানুহ দেখিছে বা সাপে কামুৰি মৰা মানুহ বেজে জাৰি জাৰি জীয়াইছে এই-বোৰ কথাই আলোচনা চলিল। বীৰানামৰ বনুৱাটোৱে ক'লে যোলে এবাৰ এইখন বাগানতে পাঁচজোপা গছ জুৰি এটা চৌদ্দহাত দীঘল অজগৰ সাপ পৰি আছিল। সাপটো বোলে পোৱালীহে আছিল। তাৰ ডিঙিত গোটা বেত লগাই বান্ধি চোচোৰাই চোচোৰাই নিয়া হৈছিল—নি অফিচৰ ঘৰৰ চোতালত দুদিন বান্ধি থোৱা হৈছিল। মাজে-মাজে সাপ-টোৱে ছাগলী পোৱালী এটা মুখেদি সোমাই যাব পৰাকৈ মুখ মেলিছিল। সাপটো তাৰ পাছত মাৰি পেলাই পুতি থবলৈ চাহাবে নিৰ্দেশ দিছিল। পিছে কিছুমান মানুহে সাপটো নি পুতি নথৈ মঙহখিনি ভাগ কৰি খালে। তাকে তেতিয়াৰ হাজীৰা বাবুৱে গম পাই বৰ ধম্‌কালে। 'সাপ খাই মৰিব খুজিছ।' পিছে সাপৰ মঙহ খোৱা মানুহখিনিৰ একো অনিষ্ট নহ'ল। ছালখন বৰ ডাঠ আছিল। পিছত গোড়া চাহাবে গম পাই টুপি কৰিবৰ কাৰণে ছালখন লৈ গৈছিল।

জানকীৰামে ছাটিটো পাৰি চাহ গছৰ ছাঁতে বহি আছিল। জানকী-ৰাম ওচৰতে কৰবাত বহি থকা কথাটো ভোলাশৰ্মা হাজীৰা বাবুৱে গম পোৱা নাছিল। পুৰা মানুহৰ আগতে মানে 'কুলী'ৰ আগতে

জানকীৰামে হাজীৰা বাবুক সিমানখিনি কথা শুনাই দিলে তেওঁ হ'লে মুঠেই পাহৰিব পৰা নাছিল। কাৰণ তেওঁ কথাই কথাই ফুটনি মৰা মানুহ। ক'ত ক'ত কেতিয়া তেওঁৰ লগত লগা কিমান মানুহক মৰিয়াই,ঘুচিয়াই ঠাণ্ডা কৰি থৈ আহিছে সুবিধা পালেই কৈ গৰ্ব কৰা মানুহ তেওঁ। সেই কাৰণেই হাজীৰা বহীত হাজীৰা দি দি ভোলা শৰ্মাই ক'লে, 'ঐ তহঁতৰ জানকীৰাম কমিউনিষ্ট হ'ল। ময়ো অবশ্যে কমিউ-নিষ্ট। সি চিনি পোৱা নাই। তাৰ নিচিনা এশটাক মই ওভোতাই শিকাব পাৰো। বহুত ভাবি চিন্তিহে মই অথনি মনে মনে থাকিলো—তাতে দুটা ল'ৰা মৰা মানুহ ঘৰত হৈ হাল্লা কৰা ভাল নহয়।' কথা শেষ নহলেই জাপ মাৰি উঠিল জানকীৰাম। তেওঁ ছাতিটো পাৰি ছাঁতে বহি আছিল। —"কি ক'লে হাজীৰাবাবু?" জানকীৰামে বৰ সুন্দৰ অসমীয়া কথা কয়। আনকি কথাৰ সুৰত ফকৰা যোজনা আনকি পটন্তৰ দিহে কথা কয়। "কি ক'লে আপুনি হাজীৰাবাবু? বাজিব লাগে টেমি কটাৰী বাজিছে হাঁচতি। মই বাৰু কমিউনিষ্ট হলো হলো—পিছে আপুনিও কমিউনিষ্টনেকি? আমাৰ মজদুৰ মানুহবোৰৰ পৰা যে তলব ফাকি মাৰি মাৰি তলবৰ দিনা হাজীৰা কাটি পকেট গৰম কৰে—সেইবোৰ কমিউনিষ্টৰ কামনেকি? আপোনাৰ ষ্টাফৰ মানুহৰ বিষয়ে যে চুকলা-চুকলি কৰি মেনেজাৰক মনে মনে কথা লগাই থাকে সেইবোৰো কমিউনিষ্টৰে কাম নেকি? আপোনাৰ ষ্টাফৰ মানুহৰ এগেইনষ্টে যে মেনেজাৰক কথা লগাই তেল মাখি থাকে মেনেজাৰৰ ভৰিত সেইবোৰো কমিউনিষ্টৰে কাম নেকি? হয়নে হাজীৰা বাবু কওক—আপুনি আমাৰ বাগানৰ চাৰিও-ফালৰ অসমীয়া গাঁৱৰ ডেকাবোৰক আমাৰ মজদুৰ ভাইসবক অসমীয়া বিৰোধী বুলি কয় আকৌ সুবিধা পালেই আমাৰ মজদুৰ ভাইচবৰ মাজত প্ৰচাৰ কৰে যে অসমীয়াবোৰ মজদুৰ বিৰোধী এই-বোৰ কমিউনিষ্টৰ কামনে লাচিতৰ কাম? আন্দোলনৰ পইনা লৈ আপোনাৰ সহকৰ্মী সৎ বাবুকেজনক আপোনাৰ দৰে যধে-মধে হৈ হাল্লা নকৰাৰ কাৰণে বদন বুলি কয়, উদ্ধত ডেকা ল'ৰাবোৰক তেওঁ-লোকৰ বিৰুদ্ধে উচতাই দিয়ে তেওঁলোক যদি বদন পিছে আপুনিনো কি? আপুনিনো কি লাচিতৰ কাম কৰিছে হাজীৰাবাবু?" কামৰ মাজে মাজে মজদুৰবোৰে জানকীৰামৰ কথাত মাজে মাজে 'হয় হয়' বুলি কৈ গ'ল। কথা কৈ কৈ নিজে ক'ব নোৱাৰাকৈয়ে জানকীৰাম

শৰ্মাৰ ওচৰ পাইছিলগৈ। শৰ্মা আতৰি গৈ অদূৰত ৰখাই থোৱা চাইকেলখনৰ ওচৰত ৰ'লগৈ।

"মজদুৰ ভাই-ভনীসকল! আজিৰ পৰা এই হাজীৰাবাবুৱে মিছাকৈ হাজীৰা লগাই দি তলবৰ দিনা সেই টকা কাটি ৰাখিলে আপোনা-লোকে সিকি এটাও নাপাব। মেনেজাৰক যদি আপোনালোকে ক'বলৈ ডৰ কৰেতোগদ নহয় তেতিয়াহলে মোক কৈ দিব মই বুজাই দিম। গতুৰাৰ বেটা দুটাক সাপে খালে। আমাৰ মজদুৰ ভাইচবক এই শৰ্মাৰ নিচিনা সাপে খাই মাৰে। এপ্ৰিলমাহত আমি আমাৰ দাবীৰ পূৰণৰ কাৰণে কাম বন্ধ কৰিব খোজোতে এই হাজীৰামহৰী শৰ্মাই আমাৰ মাজত আমাৰ উপকাৰী মানুহ হৈ থাকি মেনেজাৰক গোপনে আমাৰ কথাবোৰ কৈছিল। এই নিচিনা মানুহে সাপ হৈ খোটে আৰু বেঙ হৈ জাৰে।"

জানকীৰামৰ বৰ খং উঠিছিল। শৰ্মাবাবু সুবিধা পাই পলাল। শৰ্মাই কোবাকোবিকৈ চাইকেলত উঠি গুচি গ'ল। জানকীৰামে সুবিধা পাই মজদুৰবোৰক ভাঙ্গকৈ শুনাই দিলে। "ইউনিয়নেনো কি কৰিছে? ব'দে বৰষুণে—বেমাৰে আজাৰে আমি তেজ বমি কৰি কৰি কাম কৰি যি কেইটা টকা পাওঁ তাৰে চান্দা দি যেনিবা আমি দালালহে পুহিছোঁ। মজদুৰৰ হৈ মাত মাতিবলৈ—ক'বলৈ—দাবী কৰিবলৈ মেনেজাৰৰ বঙলালৈ যায়, মালিকৰ বঙলালৈ যায়, ভাতে ভাত খায়, পাৰ্টী খায়, মালিকৰ পৰা টকা লয়। তাৰ পাছত আকৌ মজদুৰৰ মাজত সোমায়হি, কয়, মেনেজমেণ্ট তোমালোকৰ দাবী মানি লৈছে। ঘৰ মেৰামত কৰা আৰু লাইনৰ ৰাস্তা-পদূলি ভাল কৰা কাম অহামাহৰ পৰা আৰম্ভ কৰিব। বোনাচৰ টকাটোৰ বাবে হেড অফিচৰ লগত যোগা-যোগ কৰিছে। মজদুৰক খৰিৰ যোগান ধৰাৰ সম্পৰ্কত আলোচনা হ'ব। মেটাৰনিটি লিভৰ কথা বিবেচনা কৰি আছে। ইত্যাদি ইত্যাদি। যেনেদৰে ক'ব যেন বাগানৰ পৰা ঘূৰি গৈয়েই টুকুৰী থৈয়েই সকলো সুবিধা পাই যাব হাতে হাতে। কি কুট্ কাৰ কেনটো কি পাইছে আপোনালোকে বাইজ? অঁ আমি মজদুৰ ইউনিয়নৰ চেক্ৰেটৰীক দৰমহা দিওঁ হুশ টকা। কিন্তু চেক্ৰেটৰীয়ে সেই হুশ টকাৰে ইমান ডাঙৰ পৰিয়াল বজাৰ দৰে সুখত চলাই ইমান ডাঙৰ দালান, ৰাজ অট্টালিকা কেনেকৈ সাজিছে? কেনেকৈ পকলিশ হাজাৰ টকাৰ গাড়ী কিনিছে?

আমি আমাৰ উন্নতিৰ কাৰণেহে চেক্রেটৰী পাতিছো, এতিয়া সদায় খি দেখি আহিছো চেক্রেটৰীৰহে ঘৰে ঘৰোৱাহে সৰংশে উন্নতি হৈছে। আৰু আমাৰ কি হৈছে দিনে দিনে ৰাইজসকলে দেখিছেই। এইদৰে বগা পতাকা লৈ কাম নহ'ব বুইছে ৰাইজ। লাল পতাকা ল'ব লাগিব বা এই বগা পতাকা তেজ থোৱা মানুহৰ তেজেৰে তিয়াই লাল কৰি ল'ব লাগিব। শ্রমিক শক্তি এক হৈ শ্রমিকৰ অধিকাৰ দখল কৰি ল'ব লাগিব।"

## ॥ চাৰি ॥

চাবলৈ গ'লে এইটো এটা সৰু ঘটনাই আছিল। গতুৰা নামৰ চকীদাৰ এটাৰ ল'ৰা দুটাক সাপে খালে—মৰিল, তাতে মজদুৰ-বোৰৰ অলপ খং উঠিছে আৰু সিহঁতে বেয়া পোৱা হাজীৰা বাবুৰ লগত বাগানৰ মাজত কথা কটা-কটি হৈছে। তেনেই সৰু ঘটনা। প্ৰতিবছৰেই লাইনত মানুহক সাপে খায়—মৰে। থাকিব নাজানে। মেনেজমেণ্টৰ ফালৰ পৰা টকা এশ বা দুশ দি দিয়ে লেঠা মৰে। কেতিয়াবা টেঙৰ মেনেজাৰে গৈ লাইনত খবৰ কৰিও দিয়েগৈ—মেনেজাৰক দেখিলেই ঈশ্বৰ দেখাদি দেখে—সাপে খাই মৰাৰ কথা বা ঘৰ ভাগি মৰাৰ কথা পাহৰি ঘৰে ঘৰোৱাহে মেনেজাৰৰ ভৰিত ধৰিবলৈ আহে। তাৰ পিছতেই কথা শেষ। আৰু একেই দৰেই তলবৰ টকা কটা-কটি লৈ মজদুৰ আৰু হাজীৰা মহৰীৰ মাজত তৰ্কা তৰ্কি হয়, পিছত চুপ হয়। মজদুৰ আৰু বাবুৰ মাজত ঝিল নথকা-টোকে মেনেজমেণ্টে বিচাৰে আৰু তাকে দেখি পেটে পেটে ভাল পায়। দেখুৱাই বাবুৰ পক্ষকে লয় কিন্তু পেটে পেটে বং পায়। কিন্তু এইবাৰ কথাটো অলপ দ লৈকে গ'ল।

ছুটিৰ সময়ত মেনেজাৰ বাগ্‌বীয়ে ভোলা শৰ্মা হাজীৰা বাবুক সন্ধ্যা বওলাৰলৈ মাতিলে। শৰ্মাই কথাটোত বৰ উৎসাহ পালে। তেওঁ মেনেজাৰৰ কোঠাৰ পৰা ওলায়েই অফিচৰ সহকৰ্মীসকলৰ আগত এইদৰে ক'লে, "মেনেজাৰে কেলেই বওলালৈ মাতিছে জানো? মই এইবোৰ বওলা-চওলালৈ গৈ ভাল নাপাও, ইকালে আকৌ মোকহে টনা টনি কৰে। নিজৰ সমস্যা নিজে সমাধান কৰিব পাৰে, আমাৰ পৰামৰ্শ কিয়?" তাতে শৰ্মাক উঠাই বংচোৱা এজনে ক'লে, "এৰা কপালীৰ হে কপাল। মেনেজাৰে কিবা আমাক মাতিবনে? আমি কিবা কাৰণত নিজে বওলালৈ গ'লেও কুলীক ব্যৱহাৰ কৰাদি কৰে। এতিয়া

লোকক নিজেই মাতিছে।" এইটো কথা শুনি শৰ্মাক বেয়া পোৱা দুজনমানক ডাউন দিয়া সুযোগ এটা পাই শৰ্মাই উৎসাহিত হৈ ক'লে, "পিছে কিবা এটা আলোচনাৰ কাৰণে মেনেজাৰে বঙলালৈ মাতিলে গ'লেও আকৌ তেল মালিচ কৰিবলৈ যোৱাহে হয়। চুকলা-চুকলি কৰিবলৈ যোৱাহে হয়। সেইটো কথা শুনিহে ফাঁইটো উঠি আছে।" কথাষাৰ কাক টোৰ্ঁাই কোৱা হ'ল সকলোৱে বুজি পালে। নিজৰ সমুখৰ বহীখন জপাই থৈ মহন্ত বহাৰ পৰা উঠি গগৈক ক'লে, "গগৈ, মই আহিছো, আপুনি আহিব।" মহন্ত ওলাই যোৱাৰ পাছতেই শৰ্মাই ক'লে, "দেখিলেনে নাই গাত চেঙাতেল পৰিল। এইবোৰ বদন বুজিছে, এইবোৰ বিভীষণ। নিজেই মেনেজাৰক তেল মালিচ কৰি থাকিব আৰু মোকহে কয়। এতিয়া মোক বঙলালৈ মাতিছে তাৰ গাত পোৰণি উঠিল। কাইলৈ সি শুনাব এষাৰ।" শৰ্মাৰ কথাত কৃত্ৰিম সহযোগ কৰি গগৈয়ে ক'লে,—হেৰি মেনেজাৰে আপোনাক আথে-বেথে নিজে বঙলালৈ মাতিছে তাতনো কাৰ আনন্দ লাগিবহে। মোৰে ঈৰ্ষা লাগিছে। আমিও মানুহহে দিয়কচোন। ফুকনে কৰৰ দৰে আমি নিজে বঙলালৈ গ'লেও কুলীৰ দৰে ব্যৱহাৰ কৰে আপোনাক আকৌ মাতিছেই,— হয়নে নহয় ফুকন কি কয়?"

—স্বৰূপ বটিয়াইছা—কিয় নহয় ঔ? মইনো কমতো দুখত কৈছোনে বাৰু? মই এনেয়ে কোৱা নাই। শৰ্মাৰ এইখন কপাল নহয় চোতাল আৰু আমাৰ কপাল নহয় ভগা থাল—নহয় জানো?

সন্ধ্যা লাগো নালাগোতেই ভোলা শৰ্মা মেনেজাৰৰ গেটৰ মুখত হাজীৰ হ'লগৈ। ঘৰত ঘৈণীয়েকক চাহ দিবলৈ তত্ নিদিলে—মেনেজাৰে কিবা জৰুৰী কথা আলোচনা কৰিবলৈ মাতিছে। মেনেজাৰে মতাৰ কথা শুনি ঘৈণীয়েকৰো মুখত হাঁহি এটাই চেলেকি গ'ল।

দাৰোৱানক মেনেজাৰে নিজে মাতিছে বুলি কৈ শৰ্মা গেটৰ ভিতৰ সোমাল। চাংবঙলাৰ মুকলি আহল-বহল পৰ্টিকত শৰ্মা চুচুক চামাক-কৈ ৰ'ল। মেনেজাৰে ভিতৰত পানীয় গ্ৰহণত ব্যস্ত আছিল। কিছুপৰ থিৰ হৈ থকাৰ পাছত মেনেজাৰে কামৰ সক কোঠা এটালৈ মাতি পঠালে। ভোলা শৰ্মা মেনেজাৰৰ ঘৰৰ ভিতৰলৈ যাবলৈ পাই বৰ বেয়াও পোৱা নাই, তাতোতকৈ বেছি ভাল পালেহেঁতেন বাহিৰ মানুহেও দেখাকৈ যদি বাহিৰৰ মুকলিতে বহি আলোচনা কৰিলেহেঁতেন। দহে দেখিলেহেঁতেন মেনেজাৰে সমানে সমানে বহুৱাই ভোলা শৰ্মাৰ লগত

আলোচনা কৰিছে। মেনেজাৰে গম্ভীৰ মাতেৰে সুধিলে – "কি হৈছিল আজি?"

"কি হৈছিল আজি"ৰ এই তিনিটা শব্দৰ উত্তৰত ভোলা শৰ্মাই প্ৰায় এক কোবতে তিনিশমান শব্দ ক'লে। পুৱা গতুৱাৰ ঘৰৰ আগত জানকীৰামে বনুৱাৰ আগত মেনেজাৰ, কোম্পানীৰ বদনাম গোৱাৰে পৰা আৰম্ভ কৰি বাগানত তেওঁক মাৰিবলৈ খেদি যোৱালৈকে সকলো ক'লে। তেওঁ বেছি কথা কব লগা হ'ল এই কাৰণেই যে প্ৰত্যেকটো আচল কথাৰ লগত তেওঁ প্ৰায় দহোটামান নিজে সাজি সাজি কথা যোগ দি গ'ল। মেনেজমেণ্টৰ ফৰে কওঁতেহে যে জানকী-ৰামে তেওঁক মাৰিবলৈ খেদা মাৰি গ'ল সেইটোও ক'লে। মেনেজাৰে ভোলা শৰ্মাৰ নাড়ী নক্ষত্ৰ চিনি পায় গতিকে নিজে নিজে অলপ এগৰ কৰিবৰ কাৰণেই কলে বোলে আপোনাকোনো খেদা মাৰিব পাৰেনে? আপোনাকতো সকলোৱেই ভয় কৰে। মেনেজাৰৰ মুখত এইযাৰ কথা শুনি ভোলা শৰ্মাৰ বীৰত্ব বাঢ়ি গ'ল। তেওঁ ক'লে, "ছাৰ, মই একে ঘোঁচাই তাৰ নাকৰ চাইনবৰ্ড ওফোৰাই দিব পাৰিলোহেঁতেন। পিছে বহুত ঢাবি-চিন্তি দোষটো আপোনালোকৰ গাত পৰে বুলিহে মই আঁতৰি গলো। আমাৰ মাজতে বহুত শত্ৰু আছে নহয়। আপোনা-লোকে যে মোক ভাল পায় মৰম কৰে এই কথাটোও আমাৰ মাজত বহুতে সহ্য নকৰে। ইয়াৰ পাছত ভোলা শৰ্মা আচল কথালৈ আহিল। তেওঁ কেইটামান মানুহলৈ আঙুলিয়াই দিলে। "ছাৰ, সেই কমিউনিষ্ট পাৰ্টীৰ মানুহ কেইটাই অনবৰতে মজদুৰ লাইনত পকাই ফুৰে। আমাৰ বাবুণ্টাক্কৰ কেবাজনেও তেওঁলোকক আশ্ৰয় দিয়ে। মই কিন্তু কমিউনিষ্টক থুকিবলৈকে নিদিওঁ। মোৰ ককাই-ভাই হ'লেও কমিউ-নিষ্ট হ'লে মোৰ ঘৰত থাকিবলৈ নাপায়। যোৱাবাৰ ভোটত যে আমাৰ বাগানত কংগ্ৰেছে ভোট নাপালে কমিউনিষ্টেহে ভোট পালে তাৰ কাৰণো এইটোৱেই। এই মানুহবোৰ বাগানৰ ভিতৰত সোমাবলৈ দিবই নালাগে। পিছে কি হ'ব? সিহঁতনো কিমান পানীৰ মাছ? টকা দুটামান দি দিলেই বা মানুহ চাই চাই চাহপাতৰ টোপোলা একোটা দি দিলেই তেওঁলোক সন্তুষ্ট থাকে। গতিকে ছাৰ তেনেকুৱা কিবা এটা কৰি সিহঁতক হাত কৰিব নোৱাৰিলে বিপদ আছে। মজদুৰবোৰক উচটাই উচটাই বিশেষকৈ এই জানকীৰামহঁতৰ নিচিনাবোৰক সিহঁতে জীভাৰ পাতি দি মূৰৰ ওপৰত তুলিছে। এই

'কুলী'বোৰৰ মূৰত একো নাই নহয় এবাৰ মূৰত উঠিলে নামি নাহে—সৰ্বনাশ হ'ব।"

ভোলা শৰ্মা মেনেজাৰৰ বঙলাৰ পৰা উঠি যোৱাৰ পাছত দুটা কথা দেখি দেখিকৈ চকুত পৰিল। ভোলা শৰ্মাই নিজক নিজে মেনেজাৰৰ বিশ্বাসভাজন বুলি প্ৰমাণ কৰিবলৈ লাগিল। দ্বিতীয়তে ভোট বিচাৰি অহা কমিউনিষ্ট পাৰ্টীৰ মানুহ কেটাক মাজে মাজে এটা এটাকৈ মেনেজাৰৰ অফিচ, মেনেজাৰৰ বঙলালৈ আহ যাহ কৰা দেখা গ'ল। কেতিয়াবা দুই এটাক মেনেজাৰৰ বা বাগানৰ গাড়ীত উঠি যোৱাও দেখা গ'ল। দুই একে গম পালে যে সৰ্বহাৰাৰ মুক্তিৰ কথা কৈ ফুৰা এই ভোট বিচৰা কমিউনিষ্ট পাৰ্টীৰ লোক কেইজনৰ জেপ গৰম হৈছে বেগ শকত হৈছে। মেনেজাৰ, এচিচ্‌টেণ্ট মেনেজাৰ আটাইকেইজন সন্তুষ্ট হ'ল। তেওঁলোকে সৰ্তকতাৰে সম্পূৰ্ণ অনিচ্ছাৰে এই লোক কেইজনক ভাল ব্যৱহাৰ কৰিবলৈ ধৰিলে।

পিছে কাম নহ'ল। মেনেজমেণ্টৰ তৰফৰ পৰা যি বৰশী পেলোৱা হৈছিল সেই বৰশীত ভোট বিচাৰি অহা নেতাকেজন লাগিল সঁচা, তেওঁলোকে টোপো গিলে বাৰে বাৰে কথাও সলায় ঘনে ঘনে—তথাচ জানকীৰামহঁতৰ সলনি নহ'ল। এদিন ৰাতি মেনেজাৰক ভোলা শৰ্মাই খবৰ দিলে বোলে কান্ধত দীঘল বেগ এটা ওলোমাই ডাড়ি চুলি প্ৰায়ে নকটা ডেকা মানুহ এটাহে জানকীৰামৰ ঘৰলৈ সঘনে অহা যোৱা কৰে। সেই ডেকা মানুহটোৱে কেতিয়াবা লংপেণ্ট পিন্ধে, কেতিয়াবা পায়জামা পিন্ধে, কেতিয়াবা ধুতীও পিন্ধে। ভৰিত জোতা নাই মাজে মাজে মাত্ৰ চেন্দেল এজোৰ লগায়। ডাড়ি চুলি প্ৰায়েই নাকাটে যদিও কেতিয়াবা চুচি মাজি কাটে। ডেকা মানুহটো সঘনে বাগানলৈ আহে আৰু আহিলে জানকীৰামৰ ঘৰতেই থাকে। শত্ৰু হ'লেও ভোলা শৰ্মাই এটা কথা নকৈ নোৱাৰিলে যে এই মানুহটো কদাপিও কোনো বাবুৰ ঘৰলৈ নাযায়, নাথাকে। মানুহটো দেখিলে ভাল ঘৰৰ শিক্ষিত মানুহ যেনেই লাগে যদিও 'কুলী'ৰ ঘৰতহে থাকে। সি কেতিয়াবা কোনোবা 'কুলী'ৰ ঘৰত খৰিও ফালি দিয়ে। কেতিয়াবা কাৰোবাৰ ঘৰত ল'ৰা-ছোৱালীও পঢ়ুৱাই দিয়ে। কেতিয়াবা কাৰোবাক ঔষধ-পাতিও আনি দিয়ে। তাক চিনি পোৱা ল'ৰা, বুঢ়া, বুঢ়ী, গাভৰু সকলোৱেই বৰ ভাল পায়। বুঢ়া-বুঢ়ীবোৰে তাক বেটা বুলিহে মাতে। ডেকাবোৰে তাক কিবা

ইংৰাজী শব্দ এটা কৈ মাতে। ভোলা শৰ্মাই শব্দটো নিজে শুনা নাই কাৰণে কব পৰা নাই। সিনো কোন পাৰ্টীৰ মানুহ ভোলা শৰ্মাই নাজানে। ভোলা শৰ্মাই নাজানে কাৰণে মেনেজমেণ্টো অসুবিধাত পৰিল। মেনেজাৰে ভোলা শৰ্মাক তাৰ গতি বিধিৰ ওপৰত চকু ৰাখিবলৈ ক'লে।

মেনেজাৰ বাগ্‌ৰী বুধিয়ক মানুহ, সেইকাৰণে কোম্পানীৰ ভিতৰত তেওঁৰ নাম আছে। অসমত থকা কোম্পানীৰ নখন চাহ বাগিছাৰ ভিতৰত এই মেনেজাৰেই বেছি চালাক চতুৰ—বেছি ভাল ডিপ্লমেট। সেইকাৰণেই কোম্পানীয়ে তেওঁক এনে এখন আহকলীয়া ডাঙৰ বাগানত ৰাখিছে। তেওঁ এটা কথা জানে যে মজদুৰৰ মাজত কেনেবাকৈ অশান্তি আছিলেই বাগান চলাবলৈ টান হয়। বাবুবোৰলৈ তেওঁ কেয়াৰ নকৰে। কাৰোবাক সামান্য সুবিধা দিলেই, কাৰোবাক আশা দিলেই, কাৰোবাক বা ভয় খুৱালেই কাৰোবাক আকৌ ইজনৰ বিৰুদ্ধে সিজনক অলপ ক'লেই—তেওঁলোকৰ মুখ বন্ধ হয়, চাইকেলৰ চকা বেছিকৈ চলে, হাতৰ কলম পেন্সিলৰ খচ্ খচনি বেছি হয়, পুৰা লোকেল পাঁচ চাৰে চাৰিতে বাজে আৰু বিয়লি লোকেল পাঁচ ফেটওৱাৰ্ড হয়তহে বাজে। এতেকে বাবুক লৈ তেওঁৰ অসুবিধা নাই।

"কুলী"ক লৈহে তেওঁৰ মূৰ গৰম হয়। "লেবৰ আনৰেণ্ট" হ'লে বাগিচা চলোৱা টান। প্ৰডাকছন কমিলে বা কোম্পানীৰ পৰা বেছি টকা 'লেবাৰৰ' কাৰণে খৰছ কৰিলে কোম্পানীয়ে বেয়া পায়। কোম্পানীৰ কথা হ'ল কম দিবা বেছি লবা। কোম্পানীৰ আৰু এটা ভিতৰুৱা বুজা বুজি আছে যে 'লেবৰ'ক বেছি সুবিধা দিবলৈ গ'লে 'লেবৰ' বাবু হৈ যায়। বাবু হ'বলৈ গ'লেই দিনে দিনে সিহঁতৰ লাগেৰ মাত্ৰা বাঢ়ি যায়, অভাৱ বাঢ়ি যায় কৰাৰ মাত্ৰা বা কামৰ মাত্ৰা চুটি হৈ যায়। কিন্তু বৰ্তমান এনে এটা দিন আহিল যে 'লেবৰ'ক সন্তুষ্ট ৰখাই টান হৈ আহিছে। আগৰ পদ্ধতিত লেবাৰ ব্যৱহাৰ কৰিব নোৱাৰি, এই কথাটো কলিকতাত থকা ৰিজিঅনেল অফিছ বা লণ্ডনত থকা হেড্ অফিছে নুবুজে, বুজিব নোখোজে। সেইবোৰ কাৰণতে মেনেজাৰ বাগ্‌ৰী বৰ বিপদত পৰে আৰু সেই কাৰণেই 'we need people like you' বুলি কোম্পানীৰ ৰৰমূৰীয়াই তেওঁক কয়।

দেওবাৰে সন্ধ্যা ক্লাবলৈ ওলাই গৈছিল মেনেজাৰ বাগ্‌ৰী। তেওঁ নিজে গাড়ী ড্ৰাইভ কৰিছিল আৰু লগত মদৰ বটল দুটাৰ বাহিৰে

একো নাছিল। সেইদিনা মেম চাহাবো নাছিল। বাগানৰ মাজেদি যোৱা পকা চৰকাৰী ৰাস্তাটোৰ পুল এটাৰ ওপৰত এটা ডেকা মানুহ বহি আছিল লগত আছিল কেইটামান বনুৱা ল'ৰা। গাড়ীখন অলপ স্লো কৰি মেনেজাৰে ভোলা শৰ্মাই দিয়া বৰ্ণনাটোৰ লগত মিলাই চালে। হয় সেই একেই বৰ্ণনাৰ মানুহ এইটো। মেনেজাৰৰ মুৰত চমকনি লাগি গ'ল। তেওঁ পুলটো পাৰ হৈ গৈ গাড়ীখন পাৰ্ক কৰিলে। পুলত বহি থকা বনুৱা ল'ৰা কেইটা সন্টম হৈ পৰিল। সিহঁত থিয় হৈ ৰ'ল। গাড়ীৰ পৰা ননমাকৈয়ে খিড়িকীয়েদি মুৰটো উলিয়াই ক'লে "এই এইদিকে আয়"। বনুৱা ডেকা দুটা আগবাঢ়ি গ'ল। তিনিটা ডেকা-মানুহটোৰ ওচৰতে ৰৈ থাকিল। মেনেজাৰে ওচৰত ৰোৱা ল'ৰা দুটালৈ চাই ক'লে, "ক'ত কাম কৰ ?" তেওঁলোকে ক'লে এই বাগানতে। মেনেজাৰে ক'লে, "কি নাম তহঁতৰ" ? সিহঁত দুটাই ক'লে, "মোৰ নাম এতোৱা"। "মোৰ নাম চমৰা"।

—"তহঁতৰ লগত সেইটো ক'ৰ মানুহ" ?

—"কমৰেড"। এই শব্দটো শুনাৰ লগে লগেই যেন মেনেজাৰৰ বুকুখনত এটা ভুকু পৰিল। তেওঁ কুৰি চেকেণ্ডমান মনে মনে ৰ'ল। তাৰ পাছত ক'লে, "মাত। মানুহটোক মাতি দে।" সিহঁত দুটাই গৈ ডেকা মানুহটোক ক'লেগৈ। ডেকা মানুহটো বহাৰ পৰা উঠিল। অকণো অভিভূত নহৈ দীঘল দীঘল খোজ পেলাই মেনেজাৰৰ ডাঙৰ গাড়ীখনৰ ওচৰত ৰ'লগৈ। সম্ভৱতঃ গাড়ীৰ পৰা ননমাকৈয়ে মেনেজাৰে তাৰ লগত কথা পাতিব খুজিছিল—কিন্তু কিবা এটা ভাবি তেওঁ দুৱাৰ-খন খুলি ওলাই আহিল। ডেকা মানুহটোৰ সমুখত ৰৈ' মেনেজাৰে ইংৰাজীতে সুধিলে তেওঁৰ নাম কি ? সুন্দৰ ইংৰাজীতে ডেকা মানুহটোৱে ক'লে— মোৰ নামৰ কি প্ৰয়োজন আছে—তেওঁলোকে মোক কমৰেড্ বুলি মাতে—They call me comrade. How can I help you ? Any help you need from myself. এইবাৰ মেনেজাৰে ক'লে, "তুমি অসমীয়ানেকি ?"

—হয়।

—আপুনি ইয়াত কি কৰিছে ?

—তেওঁলোকৰ লগত কথা পাতিছো। তেওঁলোকক এটা গান শিকাইছো।

—Gun । What gun ।

—Don't worry, not gun but song, song--a song.

—Oh I see. আপুনি গান গাব জানেনেকি ?

— গান চবেই গাব জানে—গালেই হ'ল ।

—আপুনি মোৰ লগত যাবনে অনুগ্ৰহ কৰি ?

—মই দুখীত আপোনাৰ লগত মই যাব নোৱাৰো। আনকি আপোনাৰ লগত মে'ৰ কথা পাতিবলৈকে সময় নাই ।

—আপুনি লেবাৰৰ লগত কিবা ইউনিয়ন কৰিছেনেকি—any lubour organisation ।

—নাই মই কোনো ইউনিয়ন টিউনিয়ন কৰা নাই। ইউনিয়ন বহুত আছে নহয়, নতুন ইউনিয়নৰ কোনো প্ৰয়োজন নাই।" এইষাৰ কথা শুনি মেনেজাৰ অলপ ৰ'ল ।

—Then what are you doing with them my young men ? Mind it they are my labourers.

--Please manager, they are your labourers but my friends.

—My young man I want to meet you. I have talk with you.

—Please don't mind. I have no talk with you and I have no time also to spend for you ।

ডেকা মানুহটোৰ এই দৃঢ় কণ্ঠস্বৰত বয়সস্থ, অভিজ্ঞ, উচ্চ বিত্তীয় মেনেজাৰ বাগৰী অলপ স্তম্ভিত হ'ল। তেওঁৰ এতিয়া বুজিবলৈ অকণোকে বাকী নাথকিল যে এই মানুহটোৱেই সেই মানুহটো যিটো মানুহ 'কুলী'ৰ ঘৰত থাকে বুলি ভোলা শৰ্মাই কৈছিল। গাড়ীৰ দুৱাৰ-খনত ধৰিয়েই মেনেজাৰ কিছুপৰ মনে মনে ৰ'ল। তেওঁক মনে মনে থকা দেখি ডেকা মানুহটোৱে ক'লে, "মই এতিয়া যাওঁ—, আপুনি যাওক।"

—অ' নহয় অকণমান ৰবচোন। আপোনাৰ ঘৰ ক'ত ?

—ঘ'তে ত'তে। আজিৰ কাৰণে ইয়াতে ধৰক। আপুনি বেয়া নাপাব। আপোনাক লগ পোৱাৰ মোৰ কোনো প্ৰয়োজনেই নাছিল।" ডেকা মানুহটোৱে মেনেজাৰৰ কোনো কথালৈ কৰ্ণপাত নকৰি শীঘ্ৰ

দীঘল খোজ পেলাই আকৌ পুলটোলৈ গ'ল। মেনেজাৰে পুনৰ বনুৱা ডেকাটোৰ ফালে চাই ক'লে—"এই মানুহটোৰ নাম কি?" —"কামৰেড।" চমৰা বোলাটোৱে ক'লে।

দুৱাৰখন খুউব সাৱধানেৰে জপোৱাদি জপাই মেনেজাৰ বাগৰীয়ে পুনৰ গাড়ী চলাই গুচি গ'ল। ডেকা মানুহটোৱে আকৌ আহি পুলটোত বহি বাকীকেইটাৰ লগত কথা পাতিবলৈ ধৰিলে। তেওঁ বনুৱা ডেকা-কেটাৰ লগত এনে সহজভাবে কথা পতা আৰম্ভ কৰিলে যেন বহুত পৰৰ পৰা অনৰ্গল তেওঁলোকেই কথা পাতি আছে। বাগৰী মেনেজাৰ যোৱাৰ পাছত কিন্তু বনুৱা ডেকাকেইটা সহজ হ'ব পৰা নাই। তেওঁ-লোকে গোটেই পৰিস্থিতিটো অকণোকে বুজি পোৱা নাই। তেওঁলোকৰ মনত কিবা ভয় এটা সোমোৱাৰ নিচিনা লাগিল। মেনেজাৰে তেওঁ-লোকে 'কমৰেড'ৰ লগত কথা পাতি থকাটো বেয়াই পালেনে ভালেই পালে ধৰিব নোৱাৰিলে।

## ॥ পাঁচ ॥

মাজতে এটা ঘটনা ঘটি গ'ল। গতুৱাৰ মৰা ল'ৰা দুটা ডিব্ৰুগড়ৰ পৰা আনি পুতি থোৱাৰ চাৰিদিন হ'ল। ডিব্ৰুগড় পাওঁতেই মৰা, এতেকে ডাক্তৰে চায়েই মৰিল বুলি ঘোষণা কৰিলে। প্ৰায় এঘাৰ ঘণ্টাৰ আগতে মৰিছে বুলি ডাক্তৰে ঘোষণা কৰিলে—অৰ্থাৎ সাপে খোৱাৰ আধা ঘণ্টামানৰ পাছতেই মৰিছে। ঘূৰাই অনাৰ পাছতো ৰাৰাণ্ডাত পেলাই বিভিন্ন ঠাইৰ বেজ আনি জৰালেহি তথাচ কাম নহ'ল। ল'ৰাৰ গাৰপৰা গেলা গোন্ধ লাহে লাহে ওলাবলৈ ধৰিলে। এনেয়ে হ'লেও দুদিন থাকিলহেঁতেন যদিও আগষ্টমহীয়া গৰমত ক'ত নোপোকোৱাকৈ থাকিব। পোতাৰ চাৰিদিনৰ দিনা সন্ধ্যা ভোলা শৰ্মাই কৰবাৰপৰা বেজ এটা অনালে। এইজন বেজেই বোলে সাপে খাই মৰা মানুহ সাতদিনৰ পিছতো গাঁতৰ পৰা উলিয়াই জাৰি-ফুকি জীয়াব পাৰে। জীয়াইছেই বোলে বহুত। শৰ্মা হাজৰীবাবাবুৱে বনুৱা মানুহ কিছুমানক নিজৰ ফলীয়া কৰি লৈ জানকীৰামৰ কাণত পেলালে—বোলে এইবাৰ কমিউনিষ্টৰ মুখত চূণ সানিব লাগিব। বেজে গতুৱাৰ ল'ৰা দুটা জীয়াব। জানকীৰামে গাঁতৰ পৰা শ উলিয়াবলৈ নিদিলে। গতুৱা আৰু ঘৈণীয়েকে ক'লে বোলে ৰাইজে যি ভাল দেখে কৰক। জানকীৰামে ৰাইজক বুজালে বোলে এইটো একেবাৰে অসম্ভৱ কথা। ছদিনীয়া মৰা মানুহক যদিহে পৃথিৱীত ঈশ্বৰ বোলা মানুহে কল্পনা কৰা বস্তুটোও থাকিলহেঁতেন তেতিয়াও ঈশ্বৰেই বচাব নোৱাৰিলেহেঁতেন। এতিয়া বেজৰ কথাটো দূৰতেই থাকক। হাজৰীবা মহৰী ভোলা শৰ্মাই ক'লে, "এতিয়া ৰাইজচৰে কি কৰে পিছে? ল'ৰা দুটা কিন্তু জীৱ। আজি ৰাতিৰ ভিতৰতে জীৱ। আমিনো কি বুজিছো—ল'ৰাৰ মাক-বাপেকৰ বুকুতহে জীয়া জুই জ্বলিছে।" শৰ্মাৰ মুখতে পেচাব কৰি দিব যেন লাগিছিল জানকীৰামৰ। জানকীৰামক আক্ৰমণ কৰিবৰ কাৰণেই ভোলা শৰ্মাই ক'লে, "বোলো এতিয়া ল'ৰা জী উঠিলে আমাৰ কোপোজা কমিউনিষ্ট

সোপাৰ মুখত চূণ সানিব লাগিব বাবেই ল'ৰা জাৰিবলৈ নিদিলে। তেতিয়াহে কমিউনিষ্টৰ বাহাদুৰী চাবলৈ ভাল লাগিলহেঁতেন।" জানকীৰামৰ খং উঠিল। ফোঁ ফোঁৱাই বেজৰ ওচৰত ৰ'লগৈ।

—আপুনি সাপে খাই মৰা ল'ৰা জীয়াব পাৰিবনে?

—পাৰিম। বেজে ক'লে।

—কিন্তু মৰা দুদিন হ'ল—দুদিনীয়া শ দুটা জীয়াব পাৰিবনে?

—পাৰিম। সাপে খালে সাতদিনলৈকে মানুহ নমৰে, জীৱটো থাকেই।

—আগতে জীয়াইছেনে?

—বহুত জীয়াইছো। সাতদিন পুতি থোৱাৰ পাছতো জীয়াইছো। "জানকীৰামে তেতিয়া চিঞৰি চিঞৰি ক'লে, "ৰাইজ, আপোনালোকে শুনক। কাণ পাতি শুনক। এই বেজে ল'ৰা দুটা জীয়াই দিম বুলি কৈছে। কিন্তু মই কৈছো মৰা মানুহ জীয়াব কোনেও নোৱাৰে। ঈশ্বৰ থকা হ'লে ঈশ্বৰেও জীয়াব নোৱাৰিলেহেঁতেন। আপোনালোকে দুটা মেণ্টল লাইটৰ যোগাৰ কৰক। বহুত ধুনাৰ যোগাৰ কৰক। কাৰণ শ দুটা গেলিলে, গাঁতৰ পৰা উলিয়ালে ইয়াত থাকিব নোৱাৰা হ'ব। ইমান কোৱাৰ পাছতো বেজে মানি লোৱা নাই আৰু যদিহে বেজে জীয়াই দিব নোৱাৰে তেনেহ'লে এই বেজ আৰু এনেকুৱা কামৰ দালালবোৰক মৰা ল'ৰা পোতা গাত দুটাত এ:কলগে পুতি থম। আৰু যদিহে পৃথিৱীত নোহোৱা নোপোজা কাম কৰি এই বেজে ল'ৰা দুটা জীয়াই দিব পাৰে তেতিয়াহ'লে মই গোটেই জীৱন বেজৰ ঘৰত দৰ্মহা নোলোৱাকৈ চাকৰ খাটিম। বেজ আৰু বেজৰ দালালে যিটো কথা পাৰিম বুলি বাজী মাৰিছে সেইটো কথা পৃথিৱীত কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। বেচ্, আপুনি আপোনাৰ কাম আৰম্ভ কৰক।"

গোজত থাকিব নোৱাৰা হ'ল। শ দুটা বেছিকৈ গেলিল। ধুপ-ধুনাৰ ধোঁৱাক গোন্ধ:টোৰে চেৰ পেলালে। মানুহে লাইট দুটা জ্বলাই নাকত সোপালৈ পৰ দি থাকিল। শ দুটাৰ মাকজনীয়ে আকৌ আগৰ দৰে সুৰ লগাই লগাই কান্দিবলৈ ধৰিলে। সুৰ একেটাই। বেজে সন্ধ্যা সাত বজাৰ পৰাই জৰা আৰম্ভ কৰিলে। হাজীৰা মহৰী ভোলা শৰ্মাও ৰাতি ৰাৰমান বজালৈকে তাতে ৰ'ল। তাৰ পাছত চাইকেল চলাই

কোনেও গম নোপোৱাকৈ গুচি গ'ল। পোহৰ হওঁ হওঁ হ'ল। শ দুটাৰ গোন্ধ বেছিকৈ ওলাবলৈ ধৰিলে। বাহিৰ অঁহি আহোঁ বুলি বেজ হাতত পানীৰ টেকেলী এটা লৈ হাবিত সোমাল। পুৱা চাৰিমান বজাতে বেজ হাবিত সোমালগৈ—সাত বজালৈকে নোলালেই। শ দুটাৰ ওপৰত কাউৰী উৰিবলৈ ধৰিলে। দেওবাৰ আছিল বাবে কামজাৰী নাই। মানুহ বৈ আছে। কিছুমান মানুহ গৈ হাবিত সোমাল বেজক বিচাৰি। হাবিখন এখন ডাঙৰ ৰিজাৰ্ভ। বাগানৰ মূৰৰ পৰা আৰম্ভ হৈ এঘাৰ মাইলমান জুৰি আছে। হাবিখনৰ বহুত ঠাই জুৰি পিত্‌ পিতকৈ মানুহে বেজক বিচাৰিলে, নাপালে। এক ঘণ্টা ডেড়ঘণ্টা বহুত মানুহে হাবিত বেজক বিচাৰি নাপাই ওলাই আহিল। হাবিৰ মাজত অৱশেষ বেজে হাতত লৈ যোৱা পানীৰ টেকেলিটো পালে কাষৰ হৈ পৰি আছিল। "বাইজ এতিয়া, এতিয়া কি হ'ল পিছে? এই দালাল হাজীবাবাবুক ধৰক। এই দালালে মানুহক কেনেকৈ বিপদত পেলালে দেখিছে" মানুহবোৰবো কিবা খং উঠি আছিল তাতে জানকীৰামৰ এই কথা কেষাবে যেন জ্বলা জুইত কেৰাচিন তেলহে ঢালি দিলে। সকলোবোৰ মানুহ হাজীৰা মহৰী ভোলা শৰ্মাৰ কোৱাৰ্টাৰৰ ফালে দৌৰ মাৰিলে। কিছুমানে অৱশেষ গেলা শ দুটা বহুত যত্ন কৰি বহুত কষ্টেৰে নি পুতি থলেগৈ। মাকে পুনৰ কান্দিলে। হাজীৰামহৰী ভোলা শৰ্মাৰ ঘৰ ঘেৰাও। দুৱাৰ খিৰিকী ভিতৰৰ পৰা বন্ধ। মানুহবোৰে যাবে মুখত যি ভাষা ওলাইছিল সেই ভাষাৰে অকৃপণভাবে হাজীবাবাবুক গালি দিবলৈ ধৰিলে আৰু ঘনে ঘনে ওলাই আহিবলৈ ক'লে। কিছুমানে তেওঁৰ ঘৰলৈ শিলগুটি দলিয়াবলৈ ধৰিলে। কিছুমানে দুৱাৰ খিৰিকীত গোৰ ভুকু মাৰিলে। জানকীৰামৰ শ দুটা পোতাই আহোতে অলপ দেৰী হৈছিল। দৌৰি দৌৰি আহি জানকীৰামে ক'লে, "নহয় নহয় বাইজ, সেই ৰকম কাম নহ'ব বাইজ; সেইদৰে কাম কৰিলে বিপদ আছে। সিহে ওলোটাই কেচত পেলাব।" জানকীৰামে বক্তৃতা দিয়াদি বাইজক কথাটো বুজাই দিলে। মানুহবোৰৰ বহুতে হাজীবাবাবু ভোলা শৰ্মাৰ দুৱাৰতে পেচাব কৰি দিলে। তাকে দেখি বহুতে ঘৰটোৰ চাৰিওফালে হাবিত থকা জন্তু ওলাই যাব নোৱাৰাকৈ বান্ধিবৰ কাৰণে বাংকুকুৰে হাবিৰ চাৰিওফালে পেচাব কৰি দিয়া দি পেচাব কৰি দিলে। লাহে লাহে এনেকুৱা এটা অৱস্থা হ'ল যে মানুহবোৰক কোনো মতেই জানকীৰামে বুজাব নোৱাৰিলে। মানুহবোৰে শিলগুটি মাৰিবলৈ ধৰিলে

আৰু কিছুমানে কাঠ-বাঁহৰ টুকুৰা আনি দুৱাৰ বেৰত খুন্দিয়াবলৈ ধৰিলে। জানকীৰামে অকলে যাক যিমান পাৰিছে গৰা মাৰি ধৰি ধৰি আঁতৰাই আনিছে। জানকীৰামৰে চাইকেলখন লৈ কোবা-কোবিকৈ আহিল প্ৰীতম—; প্ৰীতম সেই ডেকা মানুহটো যাৰ কান্ধত থাকে এটা দীঘল বেগ মুখত ডাড়ি। কিন্তু প্ৰীতমৰ কান্ধত এতিয়া বেগো নাই মুখতো ডাড়ি নাই আগদিনা সুকউৰা। প্ৰীতমে লোহাৰ কাঁটা তাঁৰৰ ফেন্সিংখনলৈ চাইকেলখন দলিমাৰি দি মানুহবোৰৰ মাজত সোমাল। দুটাই হাতত দা দুখন লৈ হাজীৰা বাবুৰ কোৱাৰ্টাৰৰ দুৱাৰত ঘাপ দিবলৈ উদ্যত হৈছিল—প্ৰীতমে দুয়োটাকে গৰা মাৰি ধৰি টানি আনিলে। প্ৰীতমৰ ফোপনি উঠিল। তেওঁ বন্ধ দুৱাৰখনত পিঠি দি বাইজৰ ফালে বুকুখন দি থিয় হৈ চিঞৰি চিঞৰি কবলৈ ধৰিলে; তেওঁৰ ওচৰতে থিয় হ'লহি জানকীৰাম। প্ৰীতমে যিমান পাৰে সিমান জোৰেৰে চিঞৰি চিঞৰি কথা কবলৈ ধৰিলে। মানুহ কিছু ঠাণ্ডা হ'ল। জানকীৰামে তাৰ লাউডস্পীকাৰত কোৱাৰ দৰে ডাঙৰ মাতটোৰে মাজে মাজে ক'লে—বাইজচব মনে মনে থাকক, কমৰেডে কি কৈছে শুনক। প্ৰীতমে যিখিনি কথা ক'লে তাৰ সাৰাংশ এনে ধৰণৰ: বাইজ আপোনা-লোকে খঙৰ ভমকত ভুল নকৰিব। খঙৰ ভমকত কৰা ভুলে বৰ ডাঙৰ ক্ষতি কৰিব। আজি আপোনালোকে বাগানৰ কোৱাৰ্টাৰৰ দুৱাৰখনত ঘাপ এটা মাৰিলে ধনী মানুহ আৰু চৰকাৰৰ পোহনীয়া পুলিচে আপোনালোকক জাকে জাকে ধৰি নি মাৰত হাড়হাড় ভাঙিব। আপোনালোকক নগুৰ নাকতি কৰিব। বেলেগ বেলেগ ধাৰাত পেলাই হাৰাশাস্তি কৰিব। তাৰ ফলত আপোনালোকৰ মন ভাগিব, ধন ভাঙিব লাগিব দেহা ঘুণীয়া হ'ব। এটা দালালক মাৰিয়েই পেলালে যেনিবা কিবা লাভ হ'বনে? হাজাৰ হাজাৰ দালালৰ ভিতৰত এটাক মাৰি কি লাভ হ'ব? এটাক মাৰিলে এশটা ওলাব। এতেকে আমি গোটেই শ্ৰেণীটোকে হতাব লাগিব। তাৰ বাবেহে আমি চেষ্টা কৰিব লাগিব। সেই সংগ্ৰামৰ বাবেহে আমি প্ৰস্তুত হ'ব লাগিব। ... ...।"
প্ৰীতমে কোৱা কথাবোৰ জানকীৰামে দোহাৰি দোহাৰি গ'ল। মানুহ-বোৰে কথাবোৰ বুজিছিল। পিছে তাৰ মাজতে কিছুমানে প্ৰীতমক প্ৰশ্নও কৰিলে—তাৰ উত্তৰো প্ৰীতমে দি গ'ল। তাৰ পাছত মানুহবোৰে ভোলা শৰ্মাৰ কোৱাৰ্টাৰৰ ফালে থুৱাই থুৱাই আঁতৰি যাবলৈ ধৰিলে। সকলো মানুহ যেতিয়া কোৱাৰ্টাৰৰ পৰা আঁতৰি গ'ল তেতিয়াহে

জানকীৰাম আৰু প্ৰীতম ম্বাবলৈ ওলাল। প্ৰীতমৰ মৰ লেখৰ লাগিছিল আৰু সি ফোপাইছিল। ফেন্সিঙত আটাইকেই দেখাই দাহিকেলখন জানকীৰামেই দাঙি আনিলে। দুয়োটাই কলা কেকৈ সেইখিনিৰ পৰা আঁতৰি গ'ল। সকলো মানুহ আঁতৰি গোৱাৰ পাছতো কিন্তু ভোলা শৰ্মাৰ কোৱাৰ্টাৰৰ দুৱাৰ খিৰিকী খোল নাখালে।

মাহে মাহে এনে এটা অৱস্থা হ'ল যে বকুলবাৰী চাহবাগিচাৰ শ্ৰমিকসকলে হাজীৰা বাবু ভোলা শৰ্মাৰ লগত অসহযোগ কৰিবলৈ ধৰিলে। ইয়াত থকা দহবছৰ দিন ধৰি শৰ্মাবাবুৱে কাৰ পৰা কিমান হাজীৰা মাৰিলে তাৰ হিচাপ মুখে মুখে ওলাল। ল'ৰা-বুঢ়া সকলোৱে একেলগে কব পৰা হ'ল চান্না আমাৰে ময়লা খাবি আমাকে অইনাই কৰিবি। তেওঁৰ গাঁৱৰ ঘৰত বাগানৰ দুটা শ্ৰমিকক হালোৱা কৰি ৰাখি সিহঁতৰ দৰ্মহাযে বাগানৰ পৰাই যোৱা চাৰিবছৰে দি আহিছে কোনেও নজনাকৈ এই কথাও ওলাই গ'ল। বাগানৰ হাজীৰা বহীত সিহঁত দুটাৰ নাম আছে পোন্ধৰ দিনে পোন্ধৰ দিনে তলবো দিয়ে, কোনোবাই সিহঁতৰ নামত নি সন্ধ্যা ভোলা শৰ্মাৰ হাতত দি দিয়েগৈ। তাৰ মাজতে আৰু এটা ঘটনা ধৰা পৰিল। অসমত প্ৰথমে বহিৰাগত তাৰ পাছত বিদেশী খেদা নামৰ আন্দোলন হৈছিল। সেই আন্দোলনত আৰম্ভণিৰে পৰাই চাহবাগানবোৰক সুমুৱা হোৱা নাছিল। এই কথাটোৰ সুযোগ ললে ভোলা শৰ্মাই বেয়েগ ধৰণেৰে। তেওঁ বনুৱাবোৰৰ মাজত প্ৰচাৰ কৰি দিলে বোলে তহঁতক কুলীবোৰক অসমীয়াবোৰে অসমৰ পৰা খেদিব। ইয়াৰ পৰা তহঁত যাবই লাগিব। এই আন্দোলনৰ মাজতে তহঁত যাব লাগিব। এই কথাত বনুৱাবোৰ ভীত হৈ পৰিল। ইপিনে সস্তীয়া জনপ্ৰিয়তা লাভ কৰাৰ কাৰণে শৰ্মাই বাগানৰ আশে পাশে থকা নেতা জাতীয় কিছুমানক এই বুলিও ক'লে যে এই বনুৱাবোৰ পুৰা অসম বিৰোধী। ইহঁতে অসমীয়াক কাটিব লাগে বুলিহে কৈছে। বাগানলৈ বোলে অসমীয়া মানুহ সোমালেই সিহঁতে টকুৰা বনাব। ইহঁত সম্পূৰ্ণ বঙালীৰ ফলীয়া। ইহঁতক এশিকনি দি থব নোৱাৰিলে মূৰত উঠিব। আমাৰে এতিয়া অসমীয়া বাবুকেইটাৰ ঘৰি কেইটাই সিহঁতক তেল মোহাৰি নাথাকে—বাগানত থকা মেলা, ফুৰা চকা কৰাৰ অসুবিধা কৰা হৈছে, আঁচলৰ আগত জীৱ বাজিছে আছো।

—৩

এদিন অসম বন্ধৰ ঘোষণা আহিল। পুৰা লোকেল পাঁচবজাৰে পৰা অৰ্থাৎ ষ্টেণ্ডাৰ্ড চাৰি বজাৰ পৰাই বকুলবাৰী চাহবাগানৰ প্ৰায় দুহেজাৰ মান মানুহে হাতত তীৰ-ধনু, দা-কটাৰী, জোং-যাঠি যিহকে পালে তাকে লৈ বাগানলৈ সোমোৱা আটাইবোৰ ৰাস্তাতে পহৰা দি থাকিল-- ·মুখত কথা এটাই কোনোবাই বাগান বন্ধ কৰিবলৈ আহিব মূৰ উৰি যাব। মেনেজাৰে এই কথাটোত বৰ আমোদ পালে আৰু শৰ্মাক তাৰিফ কৰিলে। ইতিমধ্যে প্ৰীতম আৰু জানকীৰামে কোনো মতে আহি দুয়োপক্ষৰ মাজত সোমাই বুজা-বুজিলৈ আনি ভাই ককাইৰ মাজত লাগিব খোজা লাগো লাগো হোৱা সংঘৰ্ষটোৰ সিমানতে ইতি পেলালে। বিদেশী মানে যে ভাৰতীয় মানুহক বুজোৱা নাই এই কথা প্ৰীতমে বনুৱা মানুহখিনিক সলসলীয়াকৈ বুজালে। জানকীৰামে প্ৰীতমক ৰাতি সুধিলে বোলে গোটেই অসম বন্ধ থাকোতেও চাহ বাগান বন্ধ নকৰে কিয়? প্ৰীতমে জানকী ৰামক কথা'বাৰ খৰচি মাৰি বুজালে। এই আন্দোলন কৰা গাঁৱৰ মানুহবোৰ আৰু ছাত্ৰ-ছাত্ৰীয়ো সৰহ সংখ্যকেই সঁচাকৈয়ে দেশক ভাল পায় আৰু বিদেশীৰ বাবে দেশত কিবা ডাঙৰ বিপদ হৈছে বুলিয়েই তেওঁলোকে আন্তৰিকতাৰে আন্দোলন কৰিছে। কিন্তু এই আন্দোলনৰ নেতাবোৰৰ বহুতৰ নিজৰ নিজৰ স্বাৰ্থপূৰণৰ হকে আন্দোলনটোক ব্যৱহাৰ কৰিব খুজিছে। কোৱা শুনামতে এই আন্দোলনৰ এজন ডাঙৰ নেতা কেবা-খনো চাহবাগিচাৰ অ'ইন উপদেষ্টা। গতিকে চাহবাগান বন্ধ হ'লে মালিকৰ ক্ষতি হ'ব। সেয়েহে চাহবাগানক বাদ দি থৈছে। আৰু জোৰকৈ বাগান বন্ধ কৰিলেও বন্ধৰ কালৰ বাবে মালিকে বনুৱাক দৰ্মহা নিদিব। মালিকক কোনেও বাধ্য কৰিব নোৱাৰে। যদিহে বাধ্যকৰাব নোৱাৰেই তেতিয়া বন্ধৰ কাৰণে বনুৱাৰ ক্ৰোধ হ'ব। সেই ক্ৰোধ চম্ভালিব পৰাই নহ'ব। অসমৰ বেছিভাগ চাহবাগানৰে মালিক থাকে বিদেশত। বিদেশী কুম্পানীয়েই অসমৰ চাহবাগিচাৰ মালিক। প্ৰতিবছৰেই অসমৰ চাহৰ পৰা প্ৰায় তিনিহাজাৰ কোটি টকা বিদেশলৈ যায়। ৰাজ্য চৰকাৰৰ কৰ্মচাৰীয়ে ধৰ্মঘট কৰিলেও আন্দোলন কৰি দৰ্মহা দিয়াব পৰা যাব—, চৰকাৰ ইয়াৰেই বাবে। কিন্তু বাগানৰ বনুৱাক ধৰ্মঘটৰ বাবে দৰ্মহা কেনেকৈ দিয়াব বিদেশী কুম্পানীৰ পৰা, এতেকে বনুৱাদ্ৰোহ হ'ব—; গতিকে বলে নোৱাৰা শিলক পৰি নমস্কাৰ।

জানকীৰামে প্ৰীতমৰ কথাবোৰ বুজি পালে। তাৰ পাছত তেওঁ ক'লে, "পিছে এটা বৰ ডাঙৰ কথা হৈছে কমৰেড্।

— কি হৈছে বাৰু ?

— কি হৈছে জানানে ? আগৰ বাৰ যেতিয়া পিয়ল হৈছিল আমাৰ বনুৱাবোৰে প্ৰায় সকলোৱেই মাতৃভাষা অসমীয়া লিখাইছিল সেই কাৰণে সংখ্যা বাঢ়িছিল। এতিয়া এই আন্দোলনটোৰ কাৰণে বহুতে বনুৱাবোৰক ভয় খুৱাই দিলে। আন্দোলনটোৰ ভিতৰত বাগানবোৰ নভৰোৱাৰ কাৰণে বনুৱাবোৰে আৰু ভয় পাইছে। আজিকালি বহুত নেতা আছে, বহুত ইউনিয়ন আছে সেইবোৰে বেলেগ বেলেগ বুজাই দিছে। বহুতে এই বুলি কৈছে যে, "আন্দোলনত তহঁতক নাই লাগে। তহঁতক খেদাই।" তাতে বহুত মানুহে ভয় খাইছে—এইবাৰ পিয়লত আমাৰ বহুত মানুহে মাতৃভাষা অসমীয়া বুলি নকয়। তেতিয়াতো দেশৰ ভাৰী বিপদ হ'ব।

— তাতেইতো—সেইটো এটা ডাঙৰ বিপদ আছে। সেইকাৰণেহে আমি কওঁ—বিদেশী নাগৰিকৰ সমস্যাটো এটা ডাঙৰ সমস্যা। আৰু বেছিভাগ মানুহেই সঁচাকৈ দেশক ভাল পায় বাবেই আন্দোলন কৰিছে কিন্তু নেতৃত্বত ভুল আছে। নেতাৰ ভুল আছে। নেতা-বোৰৰ বেছি ভাগেই নিজৰ স্বাৰ্থৰ কাৰণে চাইছে।

এইবোৰ কথা পাতি থাকোতেই লাইনৰ কুকুৰবোৰে একেলগে চাৰিওফালৰ পৰা ভৌ ভৌকৈ ভুকিবলৈ আৰম্ভ কৰিলে। কিছুমান কুকুৰে কিবা দেখি কিবা শঙ্কা কৰি ভুকিছে আৰু কিছুমানে লোকে ভুকা দেখি ভুকিছে। জানকীৰামে দুৱাৰখন ঠেলি বাহিৰলৈ চালে। ফৰিংফুটা জোনাক। বাটেদি মানুহ কিছুমান আহি লাইনত সোমাইছে। জানকীৰামে দেখিয়েই বুজিলে যে সেয়া পুলিচ। ভিতৰ সোমাই জানকীৰামে ক'লে, "কমৰেড পুলিচ সোমাইছে। তুমি পিছফালেদি একে দমেই পলোৱা। ময়ো পলালো-হেঁতেন পিছে মই পলালে সুবিধাই হ'ব।" প্ৰীতমে কান্ধত বেগটো লৈ পিছ দুৱাৰেদি ওলাই চোতাল পালেগৈ। যাওঁতে কৈ গ'ল প্ৰয়োজন হ'লে মই থানালৈ যাম বা আমাৰ মানুহ পঠাম।" প্ৰীতমে লাইনৰ মাজেদি অকাই পকাই দৌ দৌ পিছ ফালৰ বিজাৰ্ভৰ

ওচৰ পালেগৈ; তাতে ৰিজাৰ্ভৰ কাষতে থকা হীৰা কহাৰীক জগাই ভিতৰ সোমাল।

এজাহাৰখন পুলিচত দিছিল ভোলা শৰ্মাই। দিয়ালে মেনেজাৰে। গতিকে পুলিচে লাইনত সোমাল। কুকুৰে ভুকি বাধা দিব নোৱাৰিলে—লাইনৰ ভতুৱা কুকুৰ তাতে খাবলৈয়ো নাপায়। পুলিচে লাইনত মাৰ ধৰ কৰিলে। জানকীৰামকে ধৰি বাৰটামানক গ্ৰেপ্তাৰ কৰিলে। প্ৰীতমকো—পুলিচৰ খাটাত যাৰ নাম আছিল লোকনাথ তেওঁ:কো বিচাৰিছিল। বুজিলে জানকীৰামেহে, অইনে বুজি নাপালে। দুদিন লকআপত ৰাখি পুলিচে নিজ ইচ্ছাৰে মাৰপিত কৰিলে। বোধহয় দুটকামানত এমাৰকৈ দিলে কাৰণ থানাত দুহেজাৰ টকা দিয়া হৈছিল বোলে। দুদিনৰ পিছত লকআপৰ পৰা এৰি দিলে। লকআপৰ পৰা ওলায়েই শ্ৰমিকসকলক জানকীৰামে উদাহৰণ সহ বুজাই দিলে যে বৰ্তমান পুলিচ দেশত কাৰ হৈ কাৰ স্বাৰ্থত কাম কৰিছে। পুলিচ শক্তিটোক যে চৰকাৰ আৰু চৰকাৰৰ পৃষ্ঠপোষক ধনী শ্ৰেণীটোৱে নিজৰ স্বাৰ্থৰ হকে এনে অৱস্থাত ব্যৱহাৰ কৰে তাকে জানকীৰামে বুজা ভাষাৰে শ্ৰমিকসকলক বুজাই দিলে। যেতিয়াই কৰবাত ন্যায় কথাত, হক কথাত প্ৰতিবাদ উঠে তেতিয়াই ধনী আৰু চৰকাৰৰ ওপৰত প্ৰতিবাদ কৰা হয় তেতিয়াই এই প্ৰতিবাদীবোৰক নিৰ্মূল কৰিবলৈ, কাবু কৰিবলৈ পুলিচ মিলিটাৰীক ব্যৱহাৰ কৰা হয়। এইদৰেই দেখা দেখিকৈ শৰ্মা হাজীৰা মহৰী বনুৱাৰ ঘোৰ শত্ৰু হৈ পৰিল। কিন্তু শৰ্মাক ব্যৱহাৰ কৰা আচল শত্ৰু মেনেজাৰ আৰু মেনেজাৰক ব্যৱহাৰ কৰা মালিকক তেতিয়াই বনুৱাবোৰে শত্ৰু বুলি নাভাবিলে।

শৰ্মাৰ বাহিৰে বাগানত আৰু তিনিজন হাজীৰা মহৰী আছিল। তেওঁলোকৰ লগত বনুৱাৰ বিৰোধ নাই।

প্ৰীতমক ওৰফে লোকনাথক পুলিচে বিচাৰি নাপালে। প্ৰীতম আকৌ ৰাতি ৰাতি জানকীৰামৰ ঘৰ ওলায়হি। কথা-বতৰা পাতে আলোচনা কৰে, ৰাতি নৌপুৱাতেই গুচি যায়।

জানকীৰামৰ ছোৱালীয়েক চমাৰীয়েও বাগানত কাম কৰে। তাই মাইকীফাজৰ পাৰ্মেনেণ্ট বনুৱা। চমাৰীৰ প্ৰীতমলৈ বৰ মায়া হয়।

তাই প্ৰীতমক কমৰেড বুলি নামাতে বাবু বুলিহে মাতে। এই সম্বোধনটো নকৰিবৰ কাৰণে মানুহজনীক প্ৰীতমেও বহুতবাৰ হাক দিছে- জানকীৰামেও মানা কৰিছে কিন্তু মানুহজনীয়ে নামানে, তাই বাবু বুলিয়েই মাতে। "আৰে তুই মানা কৰিলে কি হবে তোৰ চেহেৰাটো বাবুৰ দৰেই লাগে। চেনাৰ বাপটায়ে বলচে তকে বি, এ, পাছ লাগে— বি, এ, পাছ বেটা হৈ তুই চাহাব হ'ব লাগে। তবে তুই হলি এই ৰকম। কুলী মানুহৰ ঘৰত কুলীৰ বস্তিত থাক। তকে হামি বুজিয়েই নাই পালি।" তাইৰ লগত চুপতি কৰে প্ৰীতমে। "মই তোমালোক চৰকে চাহাব কৰিব খুজিছো আৰু চাহাবচৰক কুলী কৰিব খুজিছো।" চমাৰীয়ে সদায় এখন কাপোৰ ধুই থয়। প্ৰীতম থাকিলে সেই ধোৱা কাপোৰখন বিচনাৰ ওপৰত পাৰি দিয়ে। নতুন খেৰ বস্তাত ভৰাই এখন গাদীও কৰি থৈছে। বনাচৰ টকা পাওঁতে অকল প্ৰীতমৰ কাৰণেই এখন নতু" কম্বল কিনি থৈছে। প্ৰীতমক তাই এটা গেঞ্জীও কিনি দিলে। সকলো'ৰাই বাপেকৰ পৰা পূজাৰ নতুন কাপোৰ লোৱাদি প্ৰীতমে আগ্ৰহেৰে চমাৰীৰ পৰা গেঞ্জীটো লৈ চিধাই গাৰ কাপোৰ কানি খুলি গেঞ্জীটো গাত সুমালে। চমাৰীৰ তাকে দেখি বৰ দুখ লাগিল। তাৰ প্ৰতি তাইৰ মায়া আছে। সি জানকীৰামৰ ঘৰৰ বাহিৰে অইনৰ ঘৰত থাকিলে চমাৰীয়ে বৰ বেয়া পায় মনে মনে। মুখেৰে একো নকয়।

ঘৰৰ কথা সুধিলে প্ৰীতমে একো নকয়। আনকি তাৰ নামটোও তাই নাজানে। জানকীৰামক কেতিয়াবা সোধে— ঐ বাবুটাৰ নাম কি লাগেৰে। জানকীৰামে কয় 'কমৰেড'। চমাৰীয়ে সঁচাকৈয়ে সেইটোৱেই তাৰ নাম বুলিয়েই ভাবিছে সেই কাৰণেই তাক নাম কাঢ়ি 'কমৰেড' বুলি নামাতে বাবু, বুলি মাতে। কেতিয়াবা তাই তাক ঘৰৰ কথা পেঘেনিয়াই থাকে। হাঁহি হাঁহি এদিন সি ক'লে—ঘৰত ককাই ভাই তিনিটা। সিয়েই ডাঙৰ। ভনীয়েক দুজনী। বাপেক মাক আছে। ঘৰবা অৱস্থা ভালেই। মাটি-বাৰী আছে। খেতি ভাল হ'লে বছেৰেকত ন-দহ হাজাৰ টকালৈকে ধান বেচিব পাৰে। খেতি বেয়া হ'লেও পাঁচ/ছয় হাজাৰ টকা ওলায়।

ইমানবোৰ জনাৰ পাছতো চমাৰীয়ে এটা কথা নাজানিলে সিনো কিয় ঘৰত নাথাকে? অন্যবোৰ ইউনিয়নৰ বাবুৰ দৰে সি নহয়। অন্য-

বোৰ ইউনিয়ন কৰা বাবুৰদৰে তাৰ মটৰ গাড়ী নাই, ভট্-ভটি নাই—, অইনবোৰ ইউনিয়ন কৰা বাবুৰ দৰে সিমেনেজাৰৰ ঘৰলৈ নাযায়—, বাবুৰ ঘৰলৈ নাযায়—আৰু—"। চমাৰীৰ এটা পুৰণা ঘটনা সদায় মনত পৰে প্ৰীতম থাকিলে। সেইটো আঠ-ন বছৰৰ আগৰ ঘটনা। তেতিয়া তাইৰ চাদিয়েই হোৱা নাই। বাবুলাইনৰ সাত ঘৰত পুৰা তাই ঝাড়ু মাৰিব লাগে। মাহেকত পোন্ধৰ দিন তাইৰ ডিউটি পৰে। গুদাম বাবুটো আছিল ডেকা; অকলে থাকে, বিয়া কৰোৱা নাই। বাগানত লেবাৰৰ মাজত ইউনিয়নৰ কাম কৰিবলৈ আহি টাউনৰ পৰা চেক্ৰেটৰী এটা গুদাম বাবুৰ ঘৰত কেইদিনমান আছিলহি। সাত বজাত চাহ জলপান খাই গুদাম বাবু অফিছলৈ যায়। সেই কেদিন ইউনিয়নৰ চেক্ৰেটৰীটো গুদাম বাবু অহালৈকে তাত অকলে থাকে। টেবুলত বহি কিবা লিখা-পঢ়া কৰি থাকে। চমাৰীয়ে ঘৰ ঝাড়ু দিয়ে। চেক্ৰেটৰী বাবুৱে তাইক নাম সোধে, কথা পাতে। তাই বৰ ভাল পায়। এদিন তাই জোৰকৈ চেক্ৰেটৰী বাবুটোৰ কাপোৰ-কানিও ধুই দিলে। ইউনিয়নৰ মানুহ সিহঁতৰ কামেই কৰি ফুৰে। তাতে বাবুটোৱে কুলীমানুহ বুলি ঘিন্ নকৰে—খুব ভালকৈ নিজৰ মানুহৰ দৰে কথা-বতৰা পাতে। কিন্তু যিদিনা ঘটনাটো ঘটিল সেই দিনাও তাই আগতে গুদাম বাবুৰ ঘৰতেই ঝাড়ু দিবলৈ সোমাইছিল। চেক্ৰেটৰী বাবুটোৱে বিছনাত শুই কিতাপ পঢ়ি আছিল। তাই বাবুটোৰ লগত কথা পাতি ঠাই ঝাড়ু দি আছিল। বিছনাৰ তলত তাই যেতিয়া ঝাড়ু দিবলৈ সোমাল বাবুটো বিছনাতে বহিল। বিছনাৰ তলৰ পৰা ওলাই আহিছিলহে বাবুটোৱে লাহেকৈ তাইৰ হাতটোত ধৰিলে। তাই সুধিলে "কি হ'ল বাবু"।

"নাই একো হোৱা নাই—, সেই টেবুলৰ তলতো ঝাড়ু মাৰি দে।"

—"দিব দিব।" বাবুটোৱে তাইৰ হাতটো এৰি দিলে। তাইৰ গাটো গৰম হৈ গ'ল। তাই মনে মনে চাই দেখিলে বাবুটোৱে তাইৰ ফালে চাই আছে। তাই এটা ব্লাউজ পিন্ধিছিল আৰু তলত পেটিকোট আৰু ওপৰত স্কাৰ্ট এটা আছিল, নীলা। তাই মনে মনে কিবা এটা ভাবিলে। এইবাৰ বাবুটো বিছনাৰ পৰা নামিল। নামি দুৱাৰখনত দুইটা হাত দি তাইক যাবলৈ বাধা দিলে। তাই সুধিলে 'কি হলেকবে বাবু?" বাবুৱে ক'লে, "নাই একো হোৱা নাই। তোক দেখি বৰ ভাল লাগিছে অ'। তই বৰ ধুনীয়া জোৱান চুক্ৰী আহ। তোক দেখি

বৰ ভাল লাগে। তোক মৰম কৰি দিম যেন লাগিছে।" চমাৰীয়ে হাতত ঝাড়ুটো লৈয়েই অলপ সময় মনে মনে থাকিল। তাই মনে মনে থকা দেখি দুৱাৰ মুখৰ পৰা বাবুটো আগবাঢ়ি আহি তাইৰ পিঠিত হাত থলে। তাই একো নকোৱা দেখি ইখন হাতো তাইৰ কান্ধত থলে। চমাৰীৰ উঠন বুকুখন ঘন ঘন উশাহত আন্দোলিত হৈছে। হয়তো চেক্রেটৰী বাবুৱে ভাবিছিল যে সেয়া তাইৰ যৌন উত্তেজনাহে পতিকে তেওঁ এখোজ আগবাঢ়ি তাইৰ বুকুত হাত থব খুজিলে। অতিশয় গম্ভীৰ মাতেৰে চমাৰীয়ে ক'লে, "আপীচৰ চামনে যে টুকুৰী পান্ট কৰতে আছে ঐটো জানকীৰাম। উৱাৰ সংগে হামাৰ চাদি হবেক। উৱাকে হাকাই দিলে তকে টুকুৰা কৰি দিবেক। ভালে ভালে তুই হামাৰ গাতসে হাতটো গুচাই দে।" চমাৰীৰ গম্ভীৰ মাতত চেক্রেটৰী বাবুৱে বৰ ভয় খালে। সি তাইৰ গাৰ পৰা হাত একাষাই আকৌ বিছনালৈ আহিল। খোলা দুৱাৰখনৰ ওচৰলৈ চমাৰী গ'ল, গৈ বিছনাত বহি তাইৰ ফালে চাই থকা চেক্রেটৰী বাবুৰ ফালে চাই ক'লে —"মানুষ নাই লাগেে তুই জানে ৱাব, অসভ্য থুই।" তাৰ মুখৰ আগত পৰা মজিয়াত চমাৰীৰ মুখৰ থুখিনি পৰিলহি। তাই ফোঁ ফোঁৱাই ওলাই গ'ল। বিছনাৰ পৰা খপকৈ চেক্রেটৰী বাবু উঠি খিৰিকীৰ কাষলৈ গৈ ভিতৰৰ পৰা চাবলৈ ধৰিলে চমাৰী অফিচৰ ফালে যাবনে অন্য কোৱাৰ্টাৰলৈ যায়। চেক্রেটৰী বাবু গোটো কিছু পাতল লাগিল চমাৰী কাষৰ কোৱাৰ্টাৰটোলৈহে গৈছে। খিৰিকীৰ কাষৰ পৰা ঘূৰি আহি চেক্রেটৰীবাবুৱে ভাবিব চেপেলেৰে চমাৰীৰ থুইখিনি মোহাৰি পেলালে।

এই কমবেড বাবুটোক অকলে পালেই চমাৰী সেই ঘটনাটোলৈ মনত পৰে। মাজে মাজে কমবেড বাবুটোক চমাৰীয়ে সন্দেহৰ চকুৰে চায়ো। কিন্তু কমবেড বাবুটোৱে কাহানিও তাইৰ মুখৰ বাহিৰে গাৰ ফালে চোৱা তাই দেখা নাই। জানকীৰাম নাথাকোতেও কমবেড বাবুটোৰ লগত তাই ৰাতিও একেটা ঘৰতে আছে অথচ কাহানিও কোনো দিন সি একো কৰা নাই—একো কোৱা নাই আনকি তাইৰ ফালে তাইৰ বুকুলৈ বা ভৰিলৈ চোৱা নাই। এইবোৰ নানা কাৰণত চমাৰীৰ এই ডেকাটোলৈ মায়া হৈছে। ই ইউনিয়ন কৰিবলৈয়ো অহা নাই বাবুৰ ঘৰলৈয়ো নাযায়, মেনেজাৰৰ বঙলালৈয়ো নাযায় বহুত জোৱান চুকুৰীৰ লগত কথা পাতে কিন্তু কোনো দিন কাকো বেয়া

কথা কোৱা নাই। লাইনৰ যিমানবোৰ চুক্‌ৰীয়ে তাক লগ পাইছে চবাই তাক ভাল পায়, মৰম কৰে। কি দুখত সি ঘৰ দুৱাৰ এৰি বি,এ, পাছ কৰিও চাহাব বা বাবুৰ চাকৰি নকৰি কুলীৰ লাইনত ঘুৰি ফুৰে, চমাৰীয়ে নাজানে। তাইৰ জানিবলৈ মন যায়। জানকীৰামক সোধে। জানকীৰামে কয়—কমৰেডক সুধিবি। 'কমৰেড বাবুক' সোধে কমৰেড বাবুৱে হাঁহে—বেছিকৈ সুধিলে কয়, "তোমালোক মজদুৰবোৰক চাহাব কৰিবলৈ আহিছো আকৌ।"

প্ৰথমদিন চমাৰীৰ ভয় লাগিছিল। তাৰ আগতে বহুতবাৰ কমৰেড বাবু চমাৰীহঁতৰ ঘৰত আছেহি। একেলগে কেবাদিনো থাকে তাৰ পৰা কেনিবা যায়গৈ। এদিন ৰাতি আঠমান বজাত সোমালহি। জানকীৰাম নাছিল—দুদিনৰ ছুটী লৈ গৈছে। কামৰেড বাবু থাকিব। চমাৰীৰ ভয় লাগিল। তাই ভাবিলে কিজানি জানকীৰাম নাই বুলি জানিহে ই থাকিবলৈ আহিছে। তাইৰ ঘনে ঘনে সেই চেক্ৰেটৰী বাবুটোলৈ মনত পৰিল। কমৰেডে একো নাখাও বুলি ক'লে—ক'ৰবাত খাই আহিছে। চমাৰীৰ পেটে পেটে বৰ ভয় লাগিল। কিন্তু আজিলৈকে এই মানুহটোক চমাৰী, জানকীৰাম বা লাইনৰ কোনেও কোনো কথাত বেয়া পোৱা নাই। কোঠা দুটাৰ মাজত বেৰ নাই—চতি-কাপোৰৰ চাপৰ বেৰ এখনহে জানকীৰামে কৰি দিছে। চমাৰীয়ে বিছনাখন পাৰি দিলে। ওচৰতে জ্বলা চাকিটো থৈ কমৰেড বাবুক নুমাই থবলৈ ক'লে। ইফালে বিছনাখনত ল'ৰা-ছোৱালী দুটাৰে সৈতে চমাৰী শুই আছে। লাইনৰ অইনৰ ঘৰত আঁঠুৱা নাই কিন্তু জানকীৰামৰ ঘৰ তনীলা নাইলনৰ আঁঠুৱা আছে। কমৰেড বাবুৱে চোলাটো খুলি বেগটোত থ'লে। সৰু ঘূৰণীয়া টেবুলখন বিছনাখনৰ ওচৰলৈ আনি তাৰ ওপৰত চাকিটো তুলি লৈ বেগৰ পৰা কিতাপ এখন উলিয়ালে। আঁঠুৱাৰ ভিতৰত সোমাই বিছনাখনত কাতি হৈ চাকিৰ পোহৰ পৰাৰ ফালে কিতাপখন লৈ পঢ়িছে। নিজৰ জেংজেঙীয়া আঁঠুৱাৰ মাজেদি চমাৰীয়ে মনে মনে চাই আছে। ল'ৰা-ছোৱালী দুটাৰ টোপনি,—তাইৰ টোপনি অহা নাই। কমৰেড বাবুৱে এবাৰো কিন্তু তাইৰ বিচনাৰ ফালে চোৱা নাই। তাই চাই আছে। কিমান দেৰী চাই আছে ক'ব নোৱাৰে। বাগানৰ কলঘৰত বাৰ বজাৰ ঘণ্টা পৰিল। কমৰেডবাবুৱে কি˜াপখন জপাই গাৰুৰ তলত থ'লে। তাৰ পাছত উঠি দুৱাৰ খুলিলে—বাহিৰলৈ গ'ল। চমাৰীয়ে চাই আছে। তাইৰ শিতানতে কাপোৰ তলত খুকুৰী এখন

আছে। তাই খেপিয়াই চাই তাতে হাতটো দি আছে। কমৰেডে বাহিৰৰ পৰা আহি দুৱাৰ মাৰিলে। এইবাৰ মানুহটোৱে ইফালে সিফালে কিবা চালে। চমাৰীৰ বৰ ভয় লাগিল। এবাৰ চমাৰীৰ বিছনাৰ কাষলৈ আহিল কমৰেড। চমাৰীয়ে খুকুৰীখন খামোচ মাৰি ধৰিলে। এই বাবুবোৰৰ একো বিশ্বাস নাই। সি কুঁজা হৈ ঘটিৰ পৰা পানীৰ ঘটি এটা লৈ মুখখন ওপৰলৈ মেলি ঘটিৰ পৰা ঘটঘটকৈ পানী বাকি খাবলৈ ধৰিলে। পানী খাই ঘটিটো আকৌ থৈ দিলে। মানুহটো গৈ নিজৰ বিছনাত সোমালগৈ। ফু মাৰি চাকিটো নুমাই শুই থাকিল। চমাৰীৰ গাটো অলপ পাতল পাতল লাগিল। তাই হাতখন খুকুৰীখনৰ পৰা একবাৰৈ আনিলে। ভিতৰত আন্ধাৰ। আঁঠুৰাৰ তলত কমৰেড বাবুটোৱে কি কৰিছে তাই একোকে নেদেখিলে। এক, দুই, তিনি, চাৰিকৈ কৰুঘৰত ঘণ্টা বাজি গ'ল। পাঁচ বজাৰ ঘণ্টাত তাই বিছনাৰ পৰা উঠিল। গোটেই ৰাতি তাইৰ টোপনি নাহিল অকণোকে। বিছনাৰ পৰা উঠি আহি তাই কমৰেড বাবুৰ বিছনাখনৰ ওচৰত ৰ'ল। ভিতৰত পোহৰ পৰিছে। আঁঠুৰাৰ ভিতৰলৈয়ো পোহৰ সোমাইছে। সেই পোহৰতে চমাৰীয়ে দেখিলে মানুহটো ওপৰলৈ মুখ কৰি শুই আছে। তাৰ বৰ টোপনি। হাত এখন বুকুৰ ওপৰত আছে আৰু মুখখন অলপ মেলি খাই আছে। চমাৰীৰ মানুহটোক সেৱা কৰি দিব যেন লাগিল। মানুহটোক তাইৰ ঈশ্বৰ যেন লাগিল। মানুহটোৰ ভৰি দুটা তাইৰ বুকুত সুমাই লম যেন লাগিল। তাৰ বৰ টোপনি। চমাৰীয়ে বিছনাখনৰ কাষত বৈ তাক চাই আছে—ভৰিৰ পৰা মূৰলৈ—মূৰৰ পৰা ভৰিলৈ। গোটেই ৰাতি চমাৰীৰ টোপনি অহা নাছিল—এই কথাটোৱে চমাৰীক বৰ অশান্তি দিলে। গোটেই টোপনি নহা ৰাতিটোত তাইৰ মনত পৰিল চেক্রেটৰী বাবুটোৰ কথা। আৰু সেইবাবেই এই কমৰেড বাবুটোৱেও চেক্রেটৰী বাবুটোৰ দৰে অকলে চমাৰীক পাই কিবা কৰে কৰে বুলিয়েই তাই ভাবি থাকোঁতেই টোপনি নাহিল। কিন্তু কমৰেড বাবুটোৱে একোকে নকৰাকৈ টোপনি মাৰিলে। চমাৰীৰ বৰ দুখ লাগিল। তাই কমৰেড বাবুটোক জগাই দিয়াৰ কথা ভাবি বৈ থাকোঁতেই বাবুটোৱে হঠাৎ সাৰ পাই উঠি বহিল। চমাৰীক বিছনাৰ কাষত দেখি সি ক'লে, "বহুত পলম হ'ল নহয় দিদি। তুমি মোক জগাই দিব খুজিছিলা নেকি?"

এই টোপনি নহা ৰাতিটোৰেই চমাৰীক প্ৰীতমৰ বেছি ওচৰলৈ লৈ গ'ল। তাৰ পাছত চমাৰীৰ এনেকুৱা এটা অৱস্থা হ'ল যে প্ৰীতমৰ লগত একেখন কাপোৰৰ তলত শুলেও চমাৰীৰ ঘোৰ টোপনি আহিব। প্ৰীতমলৈ তাইৰ মায়া হ'ল। কিছুদিন নহাকৈ থাকিলে তাইৰ মনটো ভাল নালাগে। জানকীৰামক ঘনে ঘনে সোধে। কিন্তু তাইৰ এটা কথাহে বুজা নহ'ল এই ডেকাটোৱে কিয় কি কৰিবলৈ সিহঁতৰ মাজত ঘূৰি ফুৰে। তাৰ উদ্দেশ্য কি? তাৰ মতলব কি? বাৰে বাৰে জানকীৰামক সুধিও একো বুজিব পৰা উত্তৰ নাপায়। লগৰ দুই চাৰিজনীক সুধিও একোকে উত্তৰ নাপায়। যিবোৰ উত্তৰত কয়। তাৰ, পৰা একোকে বুজিব নোৱাৰে চমাৰীয়ে।

## ॥ ছয় ॥

কমৰেড -যাৰ নাম লোকনাথ- যাৰ নাম প্ৰীতম—যাৰ নাম দেবেন—যাৰ নাম··· তেওঁৰ লগত এঃকো আলোচনা নকৰাকৈ এদিন বনুৱাবোৰে কাম বন্ধ কৰিলে। ভোলা শৰ্মা হাজীৰা মহৰীৰ ওপৰত আগৰে পৰা উঠি থকা ভাওৰ খংটো এটা সৰু ঘটনাই হঠাতে জ্বলাই দিলে। বিচুৰ বাপেকৰ টান বেমাৰ হৈছিল বাবে মাত্ৰ পোন্ধৰ দিনৰ ভিতৰত সি চাৰি দিনহে কামত উপস্থিত আছিল। তলবৰ দিনা তাৰ নামত চৌদ্ধ দিনৰ হাজীৰা কাটি তাক দিলে চাৰি দিনৰ। বাকী দহ দিনৰ হাজীৰাৰ টকা শৰ্মাই নিজে ল'লে। দৰ্মহা দিওঁতেই এই কথা লৈ প্ৰথমে তৰ্কা-তৰ্কি আৰম্ভ হয়। বিচুৱে এটা কথা স্বীকাৰ কৰিলে যে হাজীৰা বাবুৰ লগত তাৰ এনে দৰেহে কথা হৈছিল যে চৌদ্ধদিনৰ ভিতৰত চাৰিদিনৰ হাজীৰাৰ টকা শৰ্মাই লব, বাকী দহ দিনৰ বিচুক দিব। কিন্তু যেতিয়া কামত তাৰ ওলোটাহে হ'ল বিচুৰ শৰ্মাৰ লগত কথা কটা-কটি হয়। তৰ্কা-তৰ্কিত শৰ্মাক বিচুৱে বেয়াকৈ গালিও পাৰিলে। দৰ্মহা দিয়াৰ টেবুলত সহকাৰী মেনেজাৰ এটাও আছিল। শৰ্মাই বৰ লাজ পালে আৰু একোবাৰত উঠি গৈ বিচুক চৰমাৰি দিলে। হুলস্থূল আৰম্ভ হ'ল। হুলস্থূলৰ মাজতে এচিষ্টেণ্ট মেনেজাৰটো উঠি গৈ জীপ লৈ পলাল। শৰ্মাও কোৱাৰ্টাৰলৈ দৌৰ মাৰিলে। দুৱাৰ খিৰিকী বন্ধ কৰি দিলে।

শৰ্মাৰ কোৱাৰ্টাৰৰ মুখতে বনুৱাবোৰে এটা সিদ্ধান্ত গ্ৰহণ কৰিলে কাম বন্ধ। আগতে বিচাৰ তাৰ পাছত কাম। জানকীৰামে এই কাম বন্ধ কথাটোত সমৰ্থন দিব নোৱাৰিলে কাৰণ এনেদৰে কাম বন্ধ কৰাটো বে আইনী। প্ৰথমতে দাবী কৰিব লাগে ; তাৰ পাছত একোৱে কাম নহলেহে শেষ অস্ত্ৰ হ'ল কাম বন্ধ কৰা। জানকীৰামৰ কথা কোনেও নুশুনিলে। বনুৱাখিনিৰ কথা হ'ল যে আইনমতে গ'লে কোনো কামেই নহ'ব। কিমানবাৰ মেনেজাৰক কোৱা হৈছে, দাবী কৰা হৈছে

ক'তো দেখোন আজিলৈকে একোকে কাম হোৱা নাই—গতিকে এনে ব্যৱস্থা ললেহে কাম হ'ব। জানকীৰাম মহা বিপদত পৰিল। এসপ্তাহমান ধৰি কমৰেডকো লগ পোৱা নাই। কমৰেড কেবাখনো বাগানত ঘূৰে। বিজার্ভ অঞ্চলত বাসকৰা মানুহৰ মাজত ঘূৰে। গতিকে অহৰহ এখন বাগানত বা একেবোৰ মানুহৰ মাজতে থাকিবলৈ নাপায়।

কাম বন্ধ। বাবুষ্টাফৰ বাহিৰে মেনেজাৰৰ বাহিৰে কোনো কামলৈ ওলোৱা নাই। কোনেও পিকেটিং কৰা নাই কিন্তু মানুহবোৰ লাইনৰ পৰাই ওলোৱা নাই। যিবোৰে কামত যোগ দিয়ে বুলি সন্দেহ কৰিছে সেইবোৰক গৈ ঘৰে ঘৰে বাকীবোৰে বুজাইছে। তাৰ মাজতে ওলাল বিৰচা। বিৰচাই কামত যোগ দিয়াৰ কথা ভবা নাই তথাচ এনেদৰে কাম বন্ধ কৰাটোও সি পছন্দ কৰা নাই। সি প্ৰশ্ন কৰিলে, "ইয়াৰ পৰা বনুৱাবোৰৰ কি লাভ হ'ব?" তাৰ প্ৰশ্নৰ ভাল জবাব কোনেও দিব পৰা নাই। তথাচ কোনোবাই ক'লে যে মেনেজাৰে শৰ্মাক খেদাব লাগিব। বিৰচাই সুধিলে "শৰ্মাক খেদালে কি হ'ব? দুই এটা বাদ দি চব বাবুৰেইটো একেৰকমৰ। আৰু বাবুবোৰক খেদালে কি হ'ব মেনেজাৰবোৰকো খেদাব লাগিব। মেনেজাৰবোৰক খেদাব পৰা হ'বনে কাম বন্ধ কৰি।" বিৰচাৰ এই প্ৰশ্নৰ উত্তৰ কোনেও ভালকৈ দিব পৰা নাই। জানকীৰামৰো প্ৰশ্ন এনেকুৱাই। কমৰেডৰ লগত বিৰচা প্ৰায়েই থাকে সেইবাবেহে বিৰচাই এনেদৰে কথাবোৰ ভাবিব পাৰিছে; জানকীৰামৰ মনৰ কথা। সি মনতেহে ভাবিলে কাকো নক'লে। কাৰণ এই মুহূৰ্তত এই কথাটো প্ৰকাশ কৰিলে মানুহবোৰে কমৰেডক মেনেজাৰ বা বাবুৰ ফলীয়া বুলি ভুল কৰিব পাৰে।

মেনেজমেণ্টৰ তৰফৰ পৰা বনুৱালৈ খবৰ পঠোৱা হ'ল—কামত জইন নকৰিলে বনুৱাৰ দৰ্মহা কটা যাব আৰু কিছুমানৰ অৰ্থাৎ নেতাবোৰৰ চাকৰিত গোলমাল লাগি যাব। বনুৱা অলৰ অচৰ।

তাৰ কিছুদিনৰ আগৰে পৰা ভোলা শৰ্মাই মেনেজমেণ্টক এটা কথা ৰিপৰ্ট কৰি আছিল। মহন্তই বনুৱাবোৰক উচটাইছে। মহন্তবাবুৰ সাধুতা, সততা আৰু মৰমীয়াল ব্যৱহাৰৰ বাবে বনুৱাবোৰে মহন্তক বৰ ভাল পাইছিল। মেনেজমেণ্টে মহন্তক ভালকৈ জানে তথাচ সাৱধানবাণী নুশুনোৱাকৈ নাথাকিল।

কাম বন্ধ দুদিন পাৰ হৈ গ'ল। মেনেজাৰে জানকীৰামহঁতক আলোচনালৈ মাতিলে। জানকীৰামহঁতে ভোলা শৰ্মাৰ বিষয়ে সকলো বিৱৰি ক'লে। মেনেজাৰে মনোযোগেৰে শুনিলে। তাৰ পাছত চুক্তি হ'ল যে আজি-কালি হঠাত স্থায়ীষ্টাফ এজনক খেদি দিব নোৱাৰি। আইন-কানুন, নীতি-নিয়মৰ বহুত কথা আছে। এতেকে দুমাহৰ ভিতৰত ভোলা শৰ্মাক এই বাগানৰ পৰা পঠাব। তাতে বনুৱাবোৰ মান্তি হ'ল। পিছ দিনাৰ পৰাই বনুৱাই পুনৰ কামত যোগদান কৰিব বুলি ক'লে। সেইদিনা ৰাতিয়েই বাগানত মাহেকীয়া চিনেমা শ্ব' আছিল। আবেলি তিনিমান বজাত কলপতীয়া ৰঙৰ চিনেমাৰ গাড়ীখন ডাঙৰ ফিল্ডত আহি ৰ'লহি। গাড়ীখন ৰোৱাৰ লগে লগেই নাঙঠ-পিঙঠ ক'লা ল'ৰা-ছোৱালীবোৰে গাড়ীখন বেৰি ধৰিলেহি। চিনেমা দেখুওৱাৰ সন্ধ্যা সাত চাৰে সাতমান বজাৰ পৰা কিন্তু চাৰি বজাৰ পৰাই ফিল্ডত বস্তা, পীৰা, মূঢ়া, টুল, কঠ আদি পাৰি আসন সংৰক্ষণ কৰিলে। সেই সেই আসনত ল'ৰা-ছোৱালীবোৰ বহিল। প্ৰায়বোৰ সাত/আঠ বছৰীয়া ল'ৰা-ছোৱালীৰ কোচত, পিঠিত, বুকুত কেঁচুৱা একোটা বান্ধি ৰাখিছিল। প্ৰায় আটাইবোৰৰ গাত শেঙুনৰ বগা ফেকা-গাখীৰৰ সৰ শুকাই গ'লে যেনেকুৱা হয় তেনেকুৱা। নাকৰ দুইটা লোৰত শেঙুনৰ পাৰ। দুয়োটা পাৰৰ মাজৰ লোৰটোৰে উশাহ-নিশাহত নাকৰ ভিতৰত শেঙুনৰ ওলোৱা সোমোৱা চলি আছে।

চাৰে সাতমান বজাত চিনেমা আৰম্ভ হ'ল। বগা পৰ্দাত পোহৰ পৰাৰ লগে লগেই হাঁহি-কিৰীলিত বতাহ ফাটি গ'ল। চিনেমাৰ নাম 'গৰীব দেৱতা'। ফিল্ডত চাৰি পাঁচ হাজাৰ মানুহ। ফিল্ডৰ মাজত বগা পৰ্দাখন দুটা খুঁটাত বান্ধি ৰখা হৈছে। তাৰ দুয়োফালে সমানে প্ৰজেক্টৰ থকা গাড়ীখনৰ ওচৰত কেইশাৰীমান চকী সজোৱা হৈছে বাবুষ্টাফৰ কাৰণে। চিনেমা চলি থাকোতে হঠাত এবাৰ সকলোৱে চিঞৰি কিৰীলি পাৰিবলৈ ধৰিলে—শৰ্মা বাবু শৰ্মা বাবু হামাদেৰ শৰ্মা বাবু লাগে ৰে—তাৰ পাছত হাত চাপৰি আৰু কিৰীলি। চিনেমাৰ পৰ্দাত দেখা গৈছিল বনুৱাৰে কাহিনী। কাপোৰৰ কলৰ বনুৱাই ধৰ্মঘট কৰিছে। মজুৰী বৃদ্ধি কৰিব লাগে আৰু বনাচ লাগে। এজন ষ্টাফে যাৰ নাম ধৰমকান্ত তেওঁ মালিকক বনুৱাৰ বিৰুদ্ধে কথা লগাইছে। নেতাকেইটাৰ কথা লগাই আছে। মালিকৰ বেহেৰাটোৱে দুৱাৰ চুকৰ

পৰা মনে মনে সকলোবোৰ কথা শুনি থাকি মনে মনে ধৰ্মঘট কৰা বনুৱাবোৰক লগাই দিছেহি। তাঁৰ পাছত মালিকৰ বঙলাৰ পৰা ধৰম্‌কান্ত বাবু ঘূৰি আহোতেই বনুৱাই আগুৰি ধৰিলে। তেতিয়াই দৰ্শকৰ মাজত চিঞৰ-বাখৰ—হাজীৰাবাবু হাজীৰাবাবু—মাৰ ৰে, খুণ নিকলায় দে চালা হাৰামজাদাক।

ভোলা শৰ্মাই চিনেমা চাবলৈ অহা নাছিল। তেওঁ সাধাৰিয়ালে নিজৰ কোৱাৰ্টাৰৰ খুৰুপি পৰ্টিকত বেতৰ চকীত বহি চিনেমা চাই আছিল। যেই দৰ্শকৰ মাজত চিঞৰ-বাখৰ হ'ল—হামাদেৰ শৰ্মাবাবু লাগে ৰে—মাৰ চালা হাৰামজাদাক খুন নিকলায় দে বুলি চিঞৰ বাখৰ শুনিলে তেতিয়াই লৰা লৰিকৈ ঘৰৰ ভিতৰ সোমাই দুৱাৰ বন্ধ কৰি লাইট নুমাই দিলে। শৰ্মাই ভোৰ ভে ৰাই সহকৰ্মী হাজীৰাবাবু মহন্তক চৌদ্ধ পুৰুষ উদ্ধাৰি গালি পাৰিবলৈ ধৰিলে—'চালা চুৱাঁৰৰ পোৱালী ইয়াৰ বুদ্ধি -এইবোৰ -এনেকুৱা চিনেমা অনা বুদ্ধি ইয়াৰ চালা কুকুৰৰ পোৱালী'। অথচ বাগানৰ মাহেকীয়া চিনেমাত কি চিনেমা দেখুৱাব সেয়া নিৰ্ভৰ কৰে লক্ষ্মী মবাইল চিনেমাৰ মালিকৰ ওপৰত।

বনুৱাবোৰে বৰ হেপাঁহেৰে চিনেমাখন চালে। চিনেমাখন চাই মানুহবোৰ বৰ ভাল পালে—তাৰ কাৰণ হ'ল ঘটনাৰ শেষত কলৰ মালিকে বনুৱাৰ লগত হাত মিলালে আৰু বনুৱাৰ দাবী মানি ললে। বনুৱাৰ লগত একেলগে খোৱাবোৱাও কৰিলে। ধৰমকান্ত বাবুক চাকৰিৰ পৰা খেদালে। মালিকে একেলগে বনুৱাৰ লগত গানো এটা গালে। মালিকৰ জীয়েক ঘৈণীয়েকেও বনুৱা মাইকীৰ লগত একেলগে বহি চাহ মিঠাই খালে—ফটো তুলিলে। তেওঁলোকেও বনুৱাৰ লগতে গান গালে।

ঘৈণীয়েকে চিনেমাৰ কথাকে কৈ আছিল। চিনেমাখন যে ভাল সেইবোৰ কথাকে কৈ আছিল কাপোৰৰ কলৰ মালিক যে কিমান ভাল – দেৱতাৰ নিচিনা তাকে চমাৰীয়ে কৈ আছিল। চমাৰীয়ে যেতিয়া ক'লে যে সঁচাকৈয়ে মালিক গৰীবৰ দেৱতা। তেতিয়াই জানকীৰামৰ খং উঠিল—"ধুৰ ৰ, কি গৰীবকে দেওতা বলতে আছি। এইচব বাত চিনেমাত দেখাই মানুষকে ভুলাই ৰাখচে। চালাচব। কঁাহামে উৰকম মালিক দেখেচি? চালা হামাদেৰ বাগানবোৰ মেনেজাৰ হামাদেৰ ঘৰ পিলামে নাই আচেলা—চিনেমামে মালিক খাইবো-খাইবো মজদুৰসজে

খাইলা। হামদেৰ একটা হাজীৰা বাবু খেদাবলে কেত্না যে বুদ্ধি কৰতে লাগবে চিনেমা উৰকম ৰাবুক মালিক নিজে খেদাই দিলা। চিনেমামে মালিক গৰীবকা দেওতা। এই গিলা চিনেমা দেখাই হামদেৰ মানুষগিলাকে ভুলাই ৰাখচে। হামদেৰ মানুষগিলা মালিককে দেওতা বল্তেলে শিক্চে। মালিকটা কিৰকম শ্ৰমিকবোৰ দেওতা হবেকৰে। মালিকতো আছে শ্ৰমিকেৰ দুষমন। শ্ৰমিকে শ্ৰম কৰে — মালিকে ভোগ কৰে। এই চিনেমাগিলা বন্ধ কৰি দিব লাগে। এইগিলা চিনেমা মানুষকে ভুলাই ৰাখে।" ঘৰত কথা ক'লে জানকীৰামে কেতিয়াবা মজদুৰৰ ভাষাতো কয়।

জানকীৰামে ঘিবোৰ কথা কলে চমাৰীয়ে বিশেষ একোকে নুবুজিলে। চমাৰীয়ে মাত্ৰ এটা কথাহে বুজিছে যে চিনেমাখন তাইৰ বেয়া নালাগিল। চিনেমাত দেখা কাপোৰৰ কলৰ মালিকটো দেৱতাৰ দৰে। গৰীবৰ কাৰণে, বনুৱাৰ কাৰণে কাপোৰৰ কলৰ মালিক দেৱতা। শ্ৰমিকক বৰ মৰম কৰে বৰ ভাল পায়। শ্ৰমিকৰ সকলোবোৰ দাবী একেবাৰেই মানি ল'লে। চমাৰীয়ে মনতে ভাবিলে যে আমাৰো দাবীবোৰ মেনেজাৰে মানি লোৱা হ'লে, ঘৰবোৰ অলপ ভাঙ কৰি দিয়া হ'লে, বনাচৰ টকা কেইটা ঠিকমতে দিয়া হ'লে, বেতন অলপ বঢ়াই দিয়া হ'লে —কিমান ভাল হ'লহেঁতেন। কুম্পানীৰ বহুত পইচা আছে। আজি যদি মেনেজাৰ কেইটাই এই টকীখন চালেহেঁতেন বৰ ভাল আছিল। চমাৰীয়ে এইখিনিকেহে তেতিয়া ভাবিলে।

## ॥ সাত ॥

দুমাহ পাৰ হৈ যোৱাৰ পাছতো মেনেজাৰে ভোলা শৰ্মা হাজীৰা-বাবুক বাগানৰ পৰা নপঠালে। কমৰেডে জানকীৰামহঁতক সদায় কৈ আছিল যে শৰ্মাক মেনেজমেণ্টে নপঠায়। কাৰণ শৰ্মাৰ নিচিনা মানুহৰ পৰা মেনেজমেণ্টৰ প্ৰধানকৈ দুটা উপকাৰ হৈ আছে।" জানকীৰামে সুধিলে, "কি দুটা উপকাৰ?"

আঁতো—দুটা প্ৰধান উপকাৰ হৈ আছে। এটা হ'ল ভোলা শৰ্মাৰ নিচিনা মানুহ থাকিলে বাবুষ্টাফৰ মাজত ইউনিটি অৰ্থাৎ একতা নাথাকে। শৰ্মাই বাবুৰে হওক বা মজদুৰেই হওক ভিতৰুৱা কথা-বোৰ আগতীয়াকৈ মেনেজমেণ্টক জনাই থাকিব আৰু সেইমতে মেনেজমেণ্টে আগতীয়া ব্যৱস্থা ল'ব পাৰিব। তাৰ বাবে মেনেজমেণ্টে তেওঁক কিছু সুবিধাও দিব বা দিছে। কাৰণ শৰ্মাই বাগানৰ দৰমহাত দুটা মানুহ ঘৰত হালোৱা কৰি ৰখা স্বত্বেও মেনেজাৰে কিবা ষ্টেপ লগে জানো? আৰু দ্বিতীয় সুবিধাটো—শৰ্মাৰ পৰা দ্বিতীয় বিধৰ সুবিধাটো মেনেজমেণ্টৰ কেনে দৰে হৈছে জানানে বাৰু?

—নাই নাজানো।

—ক'ব লাগেনেকি?

—কোৱাচোন শুনো। শুনিলেও বুজো নে নুবুজো—কথা সেই-টোহে।

কথা পাতিছিল চোতালত ৰ'দত বহি। চমাৰীয়ে ডাঙৰ লাইশাক এজোপা কুটি আছিল। তায়ো কথাবোৰ শুনি শুনি বুজিবৰ বাবে যত্ন কৰিছিল। সিদিনা চিনেমাখনৰ কথাটো জানকীৰামে বুজালতো নুবুজিলে। জানকীৰামে চাদা মোহাৰিছিল। খপৰিয়াই খপৰিয়াই ধূলিবোৰ গুচাই এটিপা চাদা কমৰেডক দিলে। বাকীখিনি গাল মাৰি মুখত ভৰাই জিভাখন লৰাই পজৰাই ঠিক ঠাক কৰি ল'লে। ল'ৰা-ছোৱালী দুটা নাই—স্কুলত খেলিবলৈ গ'ল। দেওবাৰ কাম বন্ধ।

লাইশাক কুটি কুটি চমাৰীয়ে কমৰেডলৈ চালে। হঠাৎ তাই চিঞৰি চিঞৰি ক'লে, "ঐ কমৰেড বাবু, তুই আজি দাড়ি কাটি দিবি। বহুত লম্বা হলেক।" কমৰেড বাবুৱে হাঁহিলে। জানকীৰামে ক'লে, "এৰা দাড়িখিনি কাটি লবাহে কমৰেড। নতুন ব্লেড আছে। আজি-কালি ভাৰত ব্লেডৰো দাম বাঢ়িল।"

- দাম নবঢ়া বস্তু কি আছেহে আজি-কালি?

দাম নবঢ়া বস্তু একেবাৰেই নাই।

—কেলেই নাই আছে—। কি আছে জানা? জানকীৰাম আৰু চমাৰীয়ে মুখলৈ চালে। "এটা বস্তুৰ দাম এতিয়াও বঢ়া নাই—দিনে দিনে কমিছেহে। মানুহৰ আকৌ। মানুহৰ দাম বঢ়া নাই দিনে দিনে কমিছেহে।" জানকীৰাম আৰু চমাৰীয়ে হাঁহিলে। জানকীৰামে ক'লে, "এৰা—মানুহৰ দাম বঢ়া নাই ঠিকেই কথা।

— চৰকাৰে কোৱামতেই বুইচানে নাই কমৰেড—, চৰকাৰে কোৱামতেই ভাৰতবৰ্ষত প্ৰতি মাহে একলাখ শিশু খাবলৈ নাপাই মৰে। বেমাৰত মৰাবোৰ বাদেই দিয়া, কেৱল খাবলৈ নাপায়েই একলাখ মৰে -জানিছানে নাই।

—একলাখ চেনা শোনা বহুত না।

—কিমান জানানে নাই দিদি একলাখ মানে একশ হাজাৰ।

—আৰু নাই বুজাবৰে।

- কমৰেড। জানকীৰামে মাতিলে।

—কমৰেড। প্ৰীতমে ক'লে।

—ভোলা শৰ্মাৰ নিচিনা মানুহৰ পৰা কুম্পানীৰ দ্বিতীয় লাভটো নকলা নহয়।

—নকলোনেকি? হয় নকলো। কথাটো হ'ল কি—আচলতে শ্ৰমিকৰ পোনপতীয়া শত্ৰু হ'ল মালিক। ধৰি লোৱা বাগানখনৰ কথাকে কৈছো। তোমালোকৰ দমহা বঢ়োৱা, সা-সুবিধা দিয়া আদি সকলো কাম কৰিব পাৰে মালিকে মানে কুম্পানীয়ে। হাজীৰা মহৰীটোৱেনো কি কৰিব পাৰে—খুব বেছি তোমালোক তিনিদিন কামলৈ নগ'লে সি হাজীৰা ধৰি দি এদিনৰ হাজীৰা তোমালোকক দি দুদিনৰ সি ল'ব কথা সিমানেইহে। তাতোতকৈ মহৰী এটাই একো কৰিব নোৱাৰে। মহৰী এটাই তোমালোকৰ বৰ বেছি শত্ৰুতাও কৰিব

নোৱাৰে, তোমালোকক কামৰ পৰা খেদাবও নোৱাৰে কাম দিবও নোৱাৰে। কিন্তু এতিয়া ভোলা শৰ্মাৰ নিচিনা মহৰী এটা যদি থাকে তেওঁৰ কাম-কাজবোৰৰ কাৰণে বনুৱাবোৰে তেওঁক বেয়া পায়, তেওঁকেই ঘোৰ শত্ৰু বুলি ভাবে। আচল শত্ৰু ক'ৰবাতেই থাকিল— । গতিকে আচল শত্ৰু ক'ৰবাত নিৰাপদে থাকিল এইটো সুবিধাতে। আজি ভোলা শৰ্মাৰ নিচিনা মহৰী এটা খেদালে তাৰ ঠাইত নতুন মহৰী এটা আহিলেও তোমালোকৰ বনুৱাবোৰৰ কোনো উপকাৰেই নহ'ব— অথচ বাগানৰ বনুৱাসকলে ভাবি আছে যে ভোলা শৰ্মা হাজীৰাবাবুৰেই তেওঁলোকৰ ঘাই শত্ৰু। ধৰিলোৱা মোৰ মূৰত ঘাপটো মাৰিলা তুমি কিন্তু মই তোমাক নেদেখি চমাৰী দিদিৰ হাতত শাককুটা সৰু কটাৰী-খনকে দেখি তেওঁকেই শত্ৰু বুলি ভাবি তেওঁৰ লগতে কাজিয়া কৰিছো। তুমি বাচি গলা—আকৌ কাৰোবাৰ মূৰত একেটা কৌশলেৰে ঘাপ মাৰিবাগৈ।

—"পিছে শৰ্মাবাবু ভাল মানুহ নহয় বুইচ কমৰেড বাবু।" চমাৰীয়ে ক'লে।

—ভাল মানুহ নহয় ঠিকেই কিন্তু তেওঁ তোমালোকৰ মূল শত্ৰু নহয়।

জানকীৰাম কিছু সময় মনে মনে ৰ'ল। চমাৰীয়ে শাকৰ থালখন লৈ ভিতৰলৈ গ'ল। লাইনত ক'ৰবাত চাৰাল খাই লৈ কোনোবাই ঢোল বজাইছে। ঢোল বজাই বজাই গান গাইছে। জানকীৰাম মনে মনে থকা দেখি প্ৰীতমে একো নক'লে। কোনোবাখন বাগানত যিটো মানুহ দেখেন এইখন বাগানত সেইটো মানুহেই প্ৰীতম হৈ আছে। প্ৰীতম হৈ থকাটোৱে ভৰিৰে তলি ধৰি ধৰি দূৰত বজা ঢোলৰ চেওৰে চেওৰে নিজেও এটা গান গাবলৈ ধৰিলে,—

কিমান ফাকি দিবি মালিক
তেজ কিমান খাবিৰে—
শ্ৰমিকৰ তেজ পি এদিন মালিক
কবৰলৈ যাবি ৰে।

জানকীৰামে ক'লে, "আকৌ গোৱাচোন কমৰেড", কমৰেডে জানকীৰামৰ মুখলৈ চাই হাঁহে হাঁহো মুখেৰে, চকুদুটা অকণমান সৰু কৰি, কপালখন কোঁচাই আকৌ গাবলৈ ধৰিলে। দূৰত বজা ঢোলৰ চেওটো নিজৰ লগত মিলাই ল'লে—

"ঐ আমাৰ তেজ ক'লা কৰি ক'লা চাহ কৰিছি
বনুৱা'ৰে [illegible] পী ম শ্ৰী মালিক—ঐ মালিক
কিমান দিন ঠগিবি নিজেই নিজৰ কবৰ খান্দি
নিজে নিজেই সোমাবি—ঐ মালিক নিজেই নিজে সোমাবি।"
হিহি।

ঔ।

তুমি বোলে ঝুমুৰ নাচি থাকোঁতেই আমাৰ কমৰেডে পছন্দ কৰিলে। এতিয়া নাচানে নাই?

—নাই এখন আৰ কাঁহা ঝুমুৰ নাচবি বাবু। কমৰেড্ বাবু, এই হামাদেৰ জোৱান ছোকৰা ছোকৰীকে এই ৰকম গনি শিখাই দিবিত'। শুনিবো ভাল লাগে হামকে।

—তোমাৰ শিকাই দিয়া তমিয়ে ইম্পা বা নহ'লে।

—থুৰ—ৰ। হামি আজ এখন কি গান গা'ব।

—কমৰেড।

—কম'ৰেড।

—খাজি এইফালে নহ'ব। ফালে যাম গুলাব'।

—কেতিয়া?

—সন্ধ্যা।

তেৰ আগতে যাব। সন্ধ্যা মই এফালে যাব লাগিব।

—তুই আজি তিনি নাই থাকিবিনেকি বাবু? চমাৰীয়ে সুধিলে।

—নাথাকো—কাম আছে। প্ৰীতমে ক'লে।

—তৰ খালি কাম—কাম-কাম।

—কাম নকৰি তোৰ নিচিনা ভাত খায়েই থাকিব লাগেনে? জানকীৰামে ক'লে।

—দেখদি কমৰেড বাবু— ঐ বস্তিমে ছেৰ চুলাই মদ আছে। আৰু বুলি চমাৰী বৈ গ'ল। চমাৰীয়ে ক'ব খুজিছিল চুলাই চাৰাপৰ জগত সেইটো বস্তিত বহুত ধনীয়া নেপালী চুকৰী আছে। পিছে কমৰেড বাবুক সেইদৰে ক'ব নোৱাৰি কাৰণে মুখতে ৰাখিলে। চমাৰী গৈ ৰন্ধা-বঢ়াত লাগিল। জানকীৰামো কেনিবা ওলাই গ'ল। প্ৰীতমে ভিতৰলৈ গৈ বেগৰ পৰা কিতাপ এখন আনি চোতালত বহি পঢ়িবলৈ ধৰিলে। বেয়া পানী এচৰীয়া বাহিৰলৈ পেলাবলৈ আনি প্ৰীতমে কিতাপ পঢ়ি থকা দেখি চমাৰীয়ে ক'লে, "তই খালি কিতাপ পঢ়ি

থাক। কথা পাতিলে কথা নাইহ'লে কিতাপ পঢ়া। তইনো কি কিতাপ পঢ়া, মই পঢ়িব জনা হ'লে পঢ়িলোহেঁতেন—বৰ মন যায়।

—তুমি পঢ়িব নাজানা নেকি ?

—নাই।

—ছিঃ ছিঃ বৰ বেয়া কথা হৈছে তুমি এতিয়াও কিতাপ পঢ়িব নাজানা। তুমি এতিয়াও লিখা-পঢ়া কৰিব নাজানা। ঠিক আছে এইবাৰ মই তোমালৈ স্কুলি-কিতাপ লৈ আহিম। তোমাক পঢ়িবলৈ শিকাব লাগিব। তেতিয়া তুমি নিজেই এইবোৰ কিতাপ পঢ়িব পাৰিবা। চমাৰীয়ে একো নক'লে। তাই হাঁহি মাৰি শুদা চৰীয়াটো লৈ ভিতৰলৈ গ'ল।

## ॥ আঠ ॥

প্ৰথমে ভোলা শৰ্মাই বিনয় মহন্তক কাণ্টি মাৰি মাৰি কথা কৈ আছিল। তেওঁৰ কথাত মহন্তইহে নালাগে অফিচত কাম কৰি থকা কোনো এজনেও মুখ দণ্ডা নাছিল বা সহযোগ কৰা নাছিলে। বিনয় মহন্তও হাজীৰা মহৰী আৰু ভোলা শৰ্মাও হাজীৰা মহৰী। ভোলা শৰ্মাতকৈ বিনয় মহন্ত বয়সত সৰু। বিনয় মহন্ত মানুহটো ভাল। বাগানৰ চাকৰি কৰিছে যদিও কিতাপ-পত্ৰ পঢ়া-শুনা কৰে, দেশৰ ৰাজনীতি সমাজ নীতিৰ খা-খবৰ ৰাখে—কাৰো অপকাৰ নকৰে পাৰিলে উপকাৰ কৰে। বনুৱাক "কুলী"ৰ ব্যৱহাৰ নকৰে, মানুহৰ দৰে ব্যৱহাৰ কৰে। সেয়েহে তেওঁ বনুৱাৰো প্ৰিয়। ভোলা শৰ্মাৰ এইটোৱেই অসহ্য। মহন্তই কৰ্তব্যত ফাকি নিদিয়ে কাৰণে মেনেজ-মেণ্টেও তেওঁক ভাল পায়। ভোলা শৰ্মাই তাকে কাণ্টি মাৰি আছিল,—"আমাৰ মাজতে বদন আছে আকৌ। সমানে একেলগে কুলীকো তেল মালিচ কৰে আৰু মেনেজাৰকো তেল মালিচ কৰে। কুলীৰো আপোন—মেনেজাৰৰো আপোন। আমি তেল মালিচ কৰিব নোৱাৰাৰ কাৰণেই বেয়া। আজি-কালি তেলৰ যুগ বুইচে—অইলিং—বুইচে পগে—অইলিং কৰিব নোৱাৰিলে চব ফাকি। অইল নহ'লেই স্পইল", শৰ্মাৰ কথাত পগেয়ে একো নক'লে। এনেয়ে পগেয়ে চুপতি এখন কৰি বা শৰ্মাক উঠাই দি বং চাব খোজে কিন্তু আজি মহন্তৰ গোজোৰা মুখখন দেখি তেৱোঁ একো নক'লে। মহন্ত খং নুঠা মানুহ—খং উঠিলে বৰ বেয়া খং উঠিব। ইপিনে শৰ্মাৰ মুখখন ছাগলীৰ দৰে—যিহকে তিহকে লেৰ-লেৰাই থাকে। কোনেও একো সহাৰি নজনোৱাত শৰ্মাই অলপ লজ্জাবোধ কৰিলে। সেইবাবেই তেওঁৰ এই লজ্জাজনক অৱস্থাটো নোহোৱা কৰিবৰ কাৰণে পুনৰ তাণ্ডৱ মাতেৰে স্বগতোক্তি কৰি যাবলৈ ধৰিলে: দুই হাতৰ তলুৱাত তেল ঘঁহি মতক আৰু

চাহাবৰ টিকাত আৰু কুলীৰ ভৰিত মালিচ কৰক। আগৰ চাহাব-বোৰৰ টিকাবোৰ বগা আছিল, পিছে আজি-কালিৰ চাহাবোৰ দেচী (দেশী) কাৰণে টিকাবোৰ বগা নহয়। কুলী-কুলীয়েই আৰু।"

শৰ্মা। মই বহুত সহি আছো। সদায় সদায় আপুনি এনেদৰে কাট নামাৰিব। মহন্তই খঙেৰে ক'লে।

--আপোনাক কোনে কৈছে? আপুনি নিজে নিজে গাত পাতি লৈছে কিয়? মই কিবা আপোনাক কৈছোনে?

—আপুনি বলিয়ানেকি আবোল-তাবোল বকি থাকিবলৈ।

—আপুনি যে মোৰ কথা গাত পাতি ল'লে অইনে কিমান পাতিলে। গেলা বৰালীৰ মনেই গোন্ধায়।

—মুখ চণ্ডালী কথা ক'ব—মই কৈ দিছো, নহ'লে বেয়া হৈ যাব।

—"কি বাপেৰাৰ মুৰটো বেয়া কৰিবি অ' --" বুলি শৰ্মা জাপ মাৰি গৈ মহন্তৰ চুলি কোচাত ধৰিলেগৈ। সহকৰ্মীকেইজন চকীৰ পৰা উঠিবলৈ পালে কি নাপালেই বাহিৰত অফিছৰ বাহিৰত বৈ থকা বনুৱাকেজনে শৰ্মাৰ চুলিকোচাত ধৰি চোচোৰাই আনি অফিছৰ বাহিৰৰ চোতালত বগৰাই লৈ ভুকুৱাবলৈ ধৰিলে। মুহূৰ্তাত মানুহ জমা হ'ল। মহন্তই শৰ্মাৰ গাৰ ওপৰত পৰি থকা বনুৱাকেজনক টানি আজুৰি এৰুৱাই আঁতৰাই দিলে আৰু বাকী কেজনমানে শৰ্মাক দাঙি নি অফিছৰ ভিতৰত সুমাই ভিতৰফালৰ পৰা অৰ্গল লগাই দিলে। তৎ-ক্ষণাত ঠাইতে বনুৱাসকলৰ এখন মিটিং বহিল। জানকীৰামো আছিল। মিটিঙত সিদ্ধান্ত হ'ল যে চৌব্বিশ ঘণ্টাৰ ভিতৰত যদি মেনেজাৰে শৰ্মাক বাগানৰ পৰা খেদায় নপঠায় তেতিয়া তেওঁলোকে নিজেই শৰ্মাৰ ব্যৱস্থা কৰিব। মেনেজাৰক লগে লগে এই সিদ্ধান্ত জনোৱা হ'ল আৰু বাগানৰ পৰা শৰ্মা আঁতৰি নোযোৱালৈকে মেনেজাৰৰ লগত কোনো আলাপ-আলোচনা নকৰাৰ মতটোও জনোৱা হ'ল।

সেই ৰাতিয়েই শৰ্মা বাগানৰ পৰা পলাল। শৰ্মাই বোজাই কৰা দুয়োখন গাড়ীয়েই বাগানৰ—এতেকে তালৈ চাই এইটো কথা অনুমান কৰিব পাৰি যে মেনেজমেণ্টে শৰ্মা আঁতৰি যোৱাত সহায় কৰিছিল।

একোটা নিৰ্দিষ্ট সময়লৈকেহে শৰ্মাৰ নিচিনা মানুহক মেনেজ-মেণ্টৰ প্ৰয়োজনত লাগে—তাৰ পাছত শৰ্মাৰ নিচিনা লোক

অপ্ৰয়োজনীয়েই নহয় বিপদৰো কাৰণ হ'ব পাৰে। সেইকাৰণেই শৰ্মাৰ নিচিনা মানুহক মেনেজমেণ্ট ৰাখিবলৈ বৰকৈ মন নকৰিলে। শৰ্মা যাবগৈয়ে লগীয়া হ'ল।

ইয়াৰ পাছত অন্য এটা পৰীক্ষা আহিল। বনুৱাসকলে যিটোকে বিচাৰিছিল মেনেজমেণ্টেও তাকেই মনে প্ৰাণে বিচাৰিছিল যদিও কিছুদিন কৃত্ৰিম অসুবিধাৰ সৃষ্টি কৰি মেনেজমেণ্টে কথাটো অলপ জটিল কৰি পেলালে। মেনেজাৰে অভিজ্ঞতাৰ পৰা এটা কথা ভালকৈ জানে যে সহজলভ্য বস্তুৰ দাবী নাই—আৰু দাবী নহ'লেই তাকে লৈ ক্ষমতা প্ৰয়োগ কৰা সম্ভৱ নহয়। ক্ষমতা প্ৰয়োগ কৰিব নোৱাৰিলেই বিষ নোহোৱা সাপৰ দৰে গণ্য কৰিব।

বনুৱাসকলৰ দাবী এটাই হ'ল যে শৰ্মাৰ ঠাইত জানকীৰামক হাজীৰা মহৰী কৰি লব লাগে। ক্লাছ এইটলৈকে পঢ়া আৰু পোন্ধৰ বছৰ চাকৰী কৰা জানকীৰামক হাজীৰা মহৰী কৰি লবলৈ পালে মেনেজমেণ্টেও বৰ ভাল পায় কাৰণ দুলেৰে দুল কঢ়া যায়। মেনেজাৰ বাগৰীয়ে এনে কৌশলেৰে আগতে এই কুম্পানীৰে কেবাজনো বাগানৰ বনুৱাদ্ৰোহ শান্ত কৰি আহিছে—কাজেই এই সুবিধা আকাঙ্খিত। কিন্তু একে কোবেই এই কথাটো মানি ললে বা অকণো কুটিমালি নকৰাকৈ তাকে কৰিলে মেনেজমেণ্টৰ মূল্য কিছু হ্ৰাস পায়। গতিকে মেনেজাৰে বনুৱাক ক'লে যে তেওঁ তাকে কৰিবলৈ পালে বৰ ভাল পায়। কিন্তু কুম্পানীৰ কিছু নীতি-নিয়ম আইন-কানুন আছে—সেইবোৰ চালি-জাৰি চাইহে কামটো কৰিব লাগিব। এই বিষয়ে হেড্ অফিছৰ লগত যোগাযোগ কৰিছে বুলিও তেওঁ জনালে। লগতে এনে এটা কথাও সাঙুৰি দিলে যে কুম্পানীয়ে জানকীৰামৰ চৰিত্ৰ, কাম কাজ আৰু কুম্পানীৰ বিৰুদ্ধে কিবা কৰিছিলনেকি তাকো জানিবলৈ বিচাৰিব। কিন্তু জানকীৰামে ইমান দিনে সদায় কুম্পানীৰ বিৰুদ্ধেহে মাত মাতি আহিছে গতিকে সেই ৰিপোৰ্টটো ভালকৈ দিবলৈ তেওঁক কিছু সময় লাগিব। অৱশ্যে তেওঁ জানকীৰামৰ বিৰুদ্ধে বেয়া ৰিপোৰ্ট কেতিয়াও নিদিয়ে লাগে তাৰ বাবে কোনোবাই ৰিপোৰ্ট কৰিলে তেওঁৰ চাকৰিৰো অসুবিধা হ'ব পাৰে—তথাচ জানকীৰাম আৰু বনুৱাৰ স্বাৰ্থতে তেওঁ তেনে নকৰে।

মেনেজাৰে মনে মনে আৰু এটা কথা নভবাকৈ নাথাকিল—ইয়াৰ আগতে বহুত টোপ জানকীৰামে প্ৰত্যাখান কৰিছে। গতিকে হঠাত সিদ্ধান্ত ল'লে জানকীৰামে যে গ্ৰহণ কৰিব তাকো সন্দেহৰ বিষয়। সময় ল'লে ঘঁহি-পিহি থাকিলে হয়তো মন ঘূৰিব পাৰে।

সঁচাকৈয়ে হয় --এইবাৰো জানকীৰাম অমত হ'ল। হঠাৎনো এনে এটা লোভনীয় প্ৰস্তাৱত জানকীৰাম কিয় অমত হ'ল সেই কথাটো জানকীৰামে নিজে ব্যাখ্যা কৰি দিব নোৱাৰে। মানুহে সুধিলেও নোৱাৰে। জানকীৰাম কিয় অমত হ'ল বা জানকীৰামে কিয় এনে প্ৰস্তাৱ মানি ল'ব নালাগে তাকো আকৌ বুজাই দিবলগীয়া হ'ল। কান্ধত বেগ লৈ লাইনলৈ সঘনে অহা ডেকা মানুহটোৱে যাৰ নাম এই বাগানত প্ৰীতম। নামটো কোনেও নাজানে সকলোৱে তেওঁক কমৰেড্ বুলিহে জানে কিন্তু নামটো মনে মনে ঠিক কৰি থৈছে তেওঁ নিজে। কোনোবাই নাম জানিব খুজিলে প্ৰীতম বুলি ক'ব। তেওঁহে বুজাই ক'লে বোলে এনে ব্যৱস্থাত বনুৱাৰ প্ৰতিনিধি মাত্ৰ এটা জানকীৰাম হাজীৰাবাবু হ'লেও শ্ৰমিকৰ সমস্যাবোৰৰ অকণো সমাধান নহ'ব। মাত্ৰ সেইটোও এটা কুম্পানীৰ বা মেনেজমেণ্টৰ নতুন ফন্দীহে। এতেকে জানকীৰামে বুজি পালে যে ভোলা শৰ্মা হাজীৰা মহৰীৰ ঠাইত সি হাজীৰামহৰী হ'লে ব্যক্তিগত ভাবে তাৰ উপকাৰ হ'ব কিন্তু তাৰ ফলত সি নিজক মেনেজমেণ্টৰ ওচৰত বিক্ৰী কৰিব লাগিব—সি তাৰ সাহসক মেনেজ-মেণ্টৰ ওচৰক বন্ধকত থ'ব লাগিব। মেনেজমেণ্টে প্ৰকাৰান্তৰে সেইটো তাৰ কাণত পেলাইছেও। কিন্তু বাগানৰ সহকৰ্মী বনুৱাবোৰক জানকীৰামে এই কথাটো বুজাব নোৱাৰিলে। বনুৱাসকলৰ কথা এটাই যে তেওঁলোকৰ নিজৰ মানুহ এটা হাজীৰাবাবু হ'ব লাগে। তেতিয়া বহুত অসুবিধা—বহুত বিপদ আঁতৰি যাব। নিজৰ মানুহেই বাবু। জানকীৰামে উদাহৰণ দেখুৱালে যে তেওঁলোকৰ বনুৱা প্ৰতিনিধি য'তে ত'তে আছে দেখোন—বিধানসভাত কেবাজনো এম্. এল্. এ. হৈয়েই আছে—আনকি দুজন ডাঙৰ মন্ত্ৰীও আছে—তথাচ জানো বনুৱাৰ কিবা বিশেষ উন্নতি হৈছে যোৱা তেত্ৰিশ বছৰে? যি কেইজন মন্ত্ৰী হ'ল, যি কেইজন এম্.এল্.এ. হ'ল বা যি কেইজন শ্ৰমিক ইউনিয়নৰ সভাপতি সম্পাদকৰ দৰে বিষয়ববীয়া হ'ল, ব্যক্তিগত ভাবে তেওঁলোকৰহে উন্নতি হৈছে—অন্য জাতিভাইসকলৰ জানো তাৰ পৰা

কিবা উন্নতি হৈছে ? অকল জানকীৰামেই নহয় কমৰেডেও এইবোৰ কথাকে বনুৱাসকলক বুজাবলৈ চেষ্টা কৰিছে। তথাচ বকুলবাৰী চাহ বাগিছাৰ বনুৱাসকলে অকণো বুজিবলৈ চেষ্টা নকৰিলে।

প্ৰীতম অৰ্থাৎ কমৰেডে এটা সুন্দৰ উদাহৰণ আনিলে। তেওঁ যাৰ কথা ক'লে--অসমৰ প্ৰায় সকলোবোৰ চাহ বাগিচাৰ প্ৰায় সকলো বনুৱাই তেওঁৰ নাম শুনিছে। জয় তাঁতি বাঘজান চাহ বাগানৰ চকীদাৰৰ ল'ৰা। মাকো বাগানৰে বনুৱা। জয় সকৰে পৰা পঢ়া-শুনাত ভাল আছিল। প্ৰবেশিকাও দ্বিতীয় বিভাগতে পাছ কৰে। কলেজত নাম লগালে। বি. এ-ও পাছ কৰে। তেনেতে আহিল জৰুৰীকালীন অৱস্থা। যাদুৰ দৰে ৰাতো-ৰাতি জয় তাঁতি বিখ্যাত হৈ পৰিল। জীপ গাড়ীত উঠি উঠি এম.এল.এ. মন্ত্ৰীৰ লগত ঘূৰি ঘূৰি মিটিং কৰিবলৈ ধৰিলে। মিটিঙত খুব ভালকৈ কথা কব পাৰে। বনুৱাৰ হৈ ইয়াৰ আগতে কোনেও এনেকৈ হিয়া উজাৰি কথা কব পৰা নাই বুলি বাগানৰ বুঢ়া বনুৱাবোৰেও ক'লে। কেতিয়াবাতো সৰুৰে পৰা দেখি অহা পাই অহা বনুৱাৰ দুখ লগা—শোচনীয় অৱস্থাৰ কথা কবলৈ লওঁতে জয়ে হুক্ হুকাই কান্দিও দিয়ে। সেই জয়কে বাইজে নিজৰ মানুহ বুলি ভাবি মজদুৰ ইউনিয়নৰ শাখা সম্পাদক পাতিলে। একে বছৰতে জিলা সম্পাদক হ'ল। পিছৰ বছৰত উজনি অসমৰ চাহমজদুৰ ইউনিয়নৰ সম্পাদক আৰু সদৌ অসম মজদুৰ ইউনিয়নৰ আহবায়ক হ'ল। এতিয়া দৰ্মহা লয় সকলোকালৰে পৰা বাইছশ, এখন মটৰগাড়ী—ফাষ্ট'ক্লাছ, থাকে চাহাব থকাদি। মজদুৰৰ এম.এল.এ এজনৰ জীয়েকক বিয়া কৰালে। খাতিৰেই খাতিৰ—মন্ত্ৰীয়ে খাতিৰ কৰে, বাগানৰ মালিকে খাতিৰ কৰে—ভি চি-য়ে খাতিৰ কৰে—নিজৰ মানুহৰ দৰে অবাধে আহ-যাহ কৰিব পাৰে। এইবাৰ এম.এল.এ-ত উঠিব। উঠিলে জিকিব—আৰু জিকিলে মন্ত্ৰীও হ'ব। এতিয়া বাইজ আপোনালোকে ভাবি চাওক—জয় তাঁতিৰ যিমান উন্নতি হ'ল তাৰ এশভাগৰ এভাগো বাৰু মজদুৰ বাইজৰ উন্নতি হ'লনে ? আইনহে নালাগে তেওঁৰ বাপেক এতিয়াও বাঘজান চাহবাগিচাৰ চকীদাৰ— মাকে এতিয়াও একেই দৰ্মহাতে একে দৰেই টুকুৰী লৈ চাহপাত তুলিবলৈ যায়—থাকেও সেই আগৰ পাৰবাহৰ দৰে সৰু কুঠৰীটোতে। অন্য বাইজৰ বাদেই তেওঁ দেখোন নিজৰ বাহিৰে নিজৰ মাক-বাপেক,

বায়েক-ভনীয়েকৰে অলপো উন্নতি সাধিব নোৱাৰিলে। বিয়াৰ পাছৰ পৰাই বাঘজানলৈ তেওঁ এবাৰো যোৱাও নাই·········।

এইবোৰকে বুজাইছিল ৰাইজক প্ৰীতমে, জানকীৰামে। ৰাইজে প্ৰীতমৰ কথাও নুবুজিলে নিজৰ মানুহ জানকীৰামৰ কথাও নুবুজিলে। অৱশ্যে জানকীৰাম যে ভাল মানুহ সেইকথা মজদুৰ ৰাইজে বেছি ভালকৈ বুজিলে কাৰণ—জানকী চৰ্দাৰে বাবুৰ চাকৰি পায়ো ল'বলৈ মন কৰা নাই।

তিনিদিন প্ৰীতমে জানকীৰামৰ লগত ছাঁৰ দৰে থাকিল। জানকীৰামৰ ঘৰতে থাকিল। এদিন সন্ধ্যা ঘৰ সোমাওঁতে প্ৰীতম আৰু জানকীৰামে শুনিলে—ভিতৰত চমাৰীয়ে সৰু সৰুকৈ গান গাই আছে। প্ৰীতমে জানকীৰামৰ হাতত ধৰি ভিতৰলৈ যাবলৈ মন কৰিলে। চমাৰীৰ মাতটো বৰ সুৰীয়া—বৰ আঁৰ নথকা।

"আল" ধানেৰে পাতলা চিড়া
গামচা বন্ধা দহি গ'
খাবাৰ বেলা মনে পড়ে
হামাৰ প্ৰাণেৰ সখী গ'।

ছাঁৰ ঝিলি হাঁসলি দিলি
তবু নাসাজেৰে।
কামৰ বান্ধা ঘুংগুৰ দিব
নাচলে যেন বাজেৰে।"

"কাল কাল বলনাৰে—কাল জলে যাইগ না।
কাল জলেৰ ভিতৰে আয়না—কাল জলে বচে যমুনা।

চমাৰীয়ে গানকে গাই আছে। জানকীৰামেও বহুত দিন চমাৰীৰ গান শুনা নাই। এবাৰ জানকীৰামে সৰু খিৰিকীখনেৰে ভিতৰলৈ জুমি চাই হাতবাউল দি প্ৰীতমকো মাতিলে চাবলৈ। প্ৰীতমে জানকীৰামৰ মুখৰ ওচৰতে মুখ ৰাখি ভিতৰলৈ চালে। চমাৰীয়ে ওচৰতে চাকি এটা জ্বলাই লৈ কিবা এটা চিলাই আছে। ল'ৰা-ছোৱালী দুটা বিছনাত শুই আছে। ভালকৈ চাই দেখিলে ওচৰত দ'মাই থোৱা কাপোৰবোৰৰ মাজত প্ৰীতমৰ নিজৰ চিকা কটা পায়জামাটোও আছে। তেনেকৈ

তুমি চাই থকাটো নিৰাপদ যেন নেদেখি দুয়োটা বিপৰীতে কিছুপৰ বাহিল। গাই আছে।

দৰিয়াৰ মাঝে ফুল ফুটিল সানন্দে
গমকি গমকি উঠি বাস
কংস ৰাজাৰ মনে হইল তাৰাম।

আগ বাঁশ কাটিলি আইল গোপীগণ
গুড়ি বাঁশ কাটিলি ধৰিব কেমন মন
মাঝ বাঁশে মুৰলী বানাইলি বিৰদয় মাজে
বাঁশ তুনে ই মোৰ দিল না সহায় বাজছে বাটৈৰ বাঁশী
কেন বাঁশী বনেৰে বাজায় ৰাধে ৰাধে।"

চমাৰীয়ে গাবলৈ বন্ধ কৰিলে। শেষত তাই গুণগুনাইছে থাকিল। খিৰিকীৰে তুমি চাই প্ৰীতমহঁতে দেখিলে তাই কাপোৰ-কানিবোৰ থৈ চাউলৰ টিংটোৰ ওচৰলৈ গৈছে। সাউৎকৈ প্ৰীতম ভিতৰ সোমাই গ'ল। সি চমাৰীৰ সুৰতেই গীত এটা গাই গ'ল-

দিয়ে দিপুৰ ঘৰে—কতনা যতন কৰে
কাগজে লেখালে নাম—কুলি চলিল আসাম
হে নিঠুৰ চাম।
ফাঁকি দিয়ে কেন তুই- -আনলি আসাম।"

গীত গোৱা প্ৰীতমক আৰু পিছে পিছে জানকীৰামক দেখি চমাৰীয়ে জিভা কামুৰি দি হাঁহিলে। তাই বৰ লাজ পোৱা যেন লাগিল। প্ৰীতমৰ গীতফাকি শেষ হৈছিলহে—তেনেতে জানকীৰামে মুখতে ধৰিলে,

কলিকতা চহৰে গাড়ী চলে লহৰে
নাহি যাব গাড়ী চড়তে
ঘনে ঘনে মনে পড়ে প্ৰিয়াকে।"

এইবাৰ প্ৰীতমে গালে :

মহাৰাণী কোম্পানী ইনজিনে টানা-টানি
গাড়বাবু দিল আঁসি ধাৰি।
কেমনে উঠিব ৰেলগাড়ী।

প্ৰীতম আৰু জানকীৰামৰ মাজতে আছে চমাৰী। চমাৰীয়ে চাউলৰ এলোমিনিয়ামৰ খৰাহীটো লৈ পাকঘৰৰ ফালে যাব খোজে—জানকীৰামে গীত গাই গাই আগচি ধৰে। সিফালে যাবলৈয়ো প্ৰীতম আছে। প্ৰীতমৰ মুখতে ধৰি জানকীৰামে গালে :

ফাঁকি দিয়ে আনলি আসাম হে নিষ্ঠুৰ চাম
ফাঁকি দিয়ে আন্‌লি আসাম।
পুৰাই কামে আধা দাম দিয়ে হে নিঠুৰ চাম
ফাঁকি দিয়ে আন্‌লি আসাম।
কড় মাৰা যেমন-তেমন কলম দেৱা বাছাহে
পাতা তোলা বিছাৰ কামড়—কত না সহিব হে—নিঠুৰ চাম
ফাঁকি দিয়ে আন্‌লি আসাম॥

জানকীৰামৰ শেষ নহ'লেই মুখতে ধৰিলে প্ৰীতমে—যেন ঝুমুৰ গীতৰ প্ৰতিযোগিতাহে হৈছে—দৰ্শক বিচাৰক সকলো হ'ল চমাৰী।

ছুটীৰ পৰে ঘৰে যায়—ঘৰে কিছু খাইতে নাই
পাচী নিয়ে দৌড়িনি গুদামহে নিঠুৰ চাম
ফাঁকি দিয়ে আনলি আসাম।
চাল দেখি ধানেৰ সমান
ভুচাই দিয়ে সঁচা হে নিঠুৰ চাম
ফাঁকি দিয়ে আনলি আসাম।

—তুইত বহুত ভাল গানা গাইলা বাবু। তুই এইগিলা গান কাঁহা শিকলি? হামদেৰ মজদুৰ আদমীসেভি তুই বহুত ভালসে গান গাইলি। "বুলি চমাৰীয়ে চাউলৰ খৰাহীটো লৈ ওলাই যাব খুজিলে। যাওঁতে চমাৰীয়ে কৈ গ'ল,—তুই যদি ই ৰকম গান গালে হামদেৰ মজদুৰ সুন্দৰ চক্ৰৱীভি তকে চাদী কৰবেক।" হাঁহি মাৰি প্ৰীতমে ক'লে—দিদি ভোক লাগিছে কি আছে খাবলৈ দিয়া।

—তুই যে গটা দিনটো ঘুৰি বুলিলা তকে ভোক নাই লাগে—ই ৰকম ঘুৰলে মে তৰ পেটবোৰ বেমাৰ বেছিহে হবেক।" চমাৰী ভিতৰলৈ গ'ল। জানকীৰামে গুই থকা ল'ৰা-ছোৱালীহঁতৰ ওপৰত আঁঠুৱাখন পেলাই দিলে। এনেয়ে অকলে থাকিলে জানকীৰামে ঘৈণীয়েকৰ লগত বাগানৰ মজদুৰৰ দেৱানতে কথা পাতে কিন্তু প্ৰীতম থাকিলে সুন্দৰ অসমীয়াত কয়।

— ল'ৰা-ছোৱালী দুটাই ভাত খালেনে নাই অ' ?

—চেনা গিলা ঠাণ্ডা ভাত খালেক।

জানকীৰাম বাহিৰলৈ ওলাই গ'ল। প্ৰীতমে কাপোৰৰ দ'মৰ মাজৰ পৰা পায়জামাটো বাছি ল'লে। তলফালে ফটাকণ চিলাই খোৱা আছে। অলপ পিছতেই চমাৰীয়ে দুবাতি চাহ পানীৰে সৈতে শুকান কটি কেইখনমান দিলেহি। কটিৰ ওপৰতে অলকীয়া আৰু কটা পিয়াজ।

খাই বৈ উঠি জানকীৰামৰ লগত আকৌ প্ৰীতম আলোচনাত বহিল। বিছনাত পৰি থাকি চমাৰীয়ে সকলোবোৰ কথা শুনি আছিল। তাইৰ মনৰ ভাব হ'ল জানকীৰাম বাবু হ'লে তাই বেয়া নাপায়, দৰমহা বেছি পাব, কিন্তু তাই লাইনৰ পৰা নাযায়। তাই এতিয়া কৰি থকা কামটোও এৰি নিদিয়ে। কাম নকৰাকৈ থকা বাবুনীবোৰক তাই দেখিবই নোৱাৰে। সিহঁতে কথা পাতি থাকোঁতেই তাই বিছনাৰ পৰাই মাত লগালে :

—তুই বাবু হলেভি হামি লাইনসে নাই যাব। আৰ মুই এখনেৰে কৰ্‌চি কামটো চাৰি নাই দিব। কাম নাই কৰনে বাবুয়ানী চবকে হামকে দেখতেই মন নাই পাইলা।" চমাৰীৰ কথাত প্ৰীতম আৰু জানকীৰামে হাঁহিলে।

## ॥ ন ॥

জানকী চৰ্দাৰ জানকীবাবু হ'ল। জানকীৰামৰ ইচ্ছা মুঠেই নাছিল। ৰাইজে নুবুজে, নামানে। প্ৰীতমৰ কথাখিনি জানকীৰামে নুবুজাকৈ থকা নাছিল। জানকীৰামৰ মনটো লাহে লাহে প্ৰীতমৰ নিচিনাই হৈছিলগৈ। অন্যতকৈ জানকীৰামে সোনকালে কথাটো বুজে। সেইমতে প্ৰীতমৰ কথাও বুজি পাইছিল। এটা মানুহ বাবু হ'লে যে একো লাভ নহ'ব তাকো বুজি পাইছিল। চমাৰীয়ে জানকীৰামক একোকে কোৱা নাছিল। যি ভাল দেখে কৰক—এনে এটা ভাব তাইৰ আছিল। কমৰেড্ বাবুৱে কি কাৰণত জানকীৰাম হাজীৰাবাবু হোৱা ভাল পোৱা নাছিল তাই ভালকৈ বুজিব নোৱাৰিছিল যদিও কমৰেড্ বাবুৱে বেয়া পাইছে যেতিয়া জানকীৰাম হাজীৰাবাবু হ'ব নালাগে—এই কথাটোকে মনে মনে তাই ঠিৰাং কৰি আছিল। তাই এইবুলিও ভাবিছিল যে হাজীৰাবাবু হোৱাৰ পাছত যদি শৰ্মা বাবুৰ দৰে জানকীৰামৰো কিবা বিপদ হয়—সেইকাৰণে কিজানি কমৰেডবাবুৱে তাক মানা কৰি আছে। মাজে মাজে আকৌ তাই এই বুলিও ভাবে যে শৰ্মা বাবুৰ ঠাইত যদি কমৰেড্‌বাবু হাজীৰামহৰী হয় কিমান ভাল হ'ব। কমৰেডবাবুৱেই দেখোন হ'ব পাৰে—নহয় কিয়?

জানকীৰামে হাজীৰামহৰীৰ নিয়োগপত্ৰ যিদিনাখন ল'ব তাৰ আগদিনা মেনেজাৰে জানকীৰামক বঙলালৈ মাতি পঠালে। জানকীৰামৰ লগত গম্ভীৰ হৈ কথা পাতিলে যদিও খুব আপোন মানুহৰ লগত কথা পতা দি পাতিলে। নিজৰ মানুহৰ লগতহে সাধাৰণতে এনে ধৰণেৰে কথা পাতে। বাগৰীয়ে হিন্দী, অসমীয়া, ইংৰাজী তিনিওটা ভাষাকে ভালকৈ কব জানে। বাগানৰ মজদুৰৰ দোৱানো ভালকৈয়ে ক'ব পাৰে। অৱশ্যে জানকীৰামহঁতৰ নিচিনা মানুহৰ লগত তেওঁ মজদুৰৰ দোৱানত কথা নকয়—হয় হিন্দী নহয় অসমীয়াত কয়।

কথাৰ মাজতে এবাৰ মেনেজাৰে প্ৰীতমৰ কথা উলিয়ালে। নামটো ক'ব নোৱাৰো বুলি ক'লত বাগৰীয়ে জানকীৰামলৈ অলপ সন্দেহৰ চকুৰে চালে। ৰিপৰ্ট মতে জানকীৰামৰ লগতেই সেই কাণ্ডত বেগ লৈ ঘূৰি ফুৰা ডেকা মানুহটোৰ বেছি ঘনিষ্ঠতা অথচ নাম নাজানে। বিশ্বাস কৰিলেগৈ এই কাৰণেই যে জানকীৰাম নামটোৰ বাহিৰে অন্য সকলো কথা বিৱৰি ক'লে। সকলোৰে কমৰেড় বুলি মাতে। নিৰ্বাচন ভোট, ইউনিয়ন আদিৰ কথা নকয়। বি. এ. পাছ। ঘৰুৱা অৱস্থা ভাল। শাসনৰ কথা কয়। কোনে কিয় কেনেকৈ দেশ শাসন কৰিছে তাৰ কথা কয়। মজদুৰবোৰক মালিকে কেনেকৈ ঠগিছে তাৰ কথা কয়। বনুৱাবোৰে ভাবে বাগানৰ মেনেজাৰেই মালিক। তেওঁ কয় মেনেজাৰ মালিক নহয়-- মেনেজাৰ বনুৱাৰ দৰেই মালিকৰ উচ্চ শ্ৰেণীৰ বনুৱা টকা বেছি পায়, সা-সুবিধা বেছি পায়। গতিকে মেনেজাৰেই মালিক নহয় বুলি কয়।

জানকীৰামৰ মুখত ডেকা মানুহটোৰ বিষয়ে এইবোৰ কথা শুনি মেনেজাৰৰ মুখত কিছু উজ্জ্বলতা দেখা গ'ল।

—তেওঁক চাকৰি দিলে কৰিবনে?

—নাই নকৰে চাহাব। জানকীৰামে একে আষাৰেই ক'লে।

—তেওঁৰ নিচিনা মানুহ এজন লেবাৰ ওৱেলফেয়াৰ অফিচাৰ হিচাপে আমাৰ কুম্পানীত লাগিছিল— যদি কৰে দৰমহাও বহুত পাব— বঙলাও পাব গাড়ীও পাব।

জানকীৰামে কিছুপৰ মেনেজাৰৰ মুখলৈ চালে। মেনেজাৰে যে বহুত দিনৰ পৰাই এনে এটা কথা ভাবি আছিল তাক কোৱাৰ ধৰণ দেখিয়েই যেয়ে-সেয়ে বুজিব। জানকীৰামৰ অলপ হাঁহি উঠিল। যদিহে কমৰেডে চাকৰিটো কৰে—কিমান ভাল যে নহ'ব। তেওঁ মান্তি হ'বনে বাৰু? নহয়।

মেনেজাৰৰ ওচৰৰ পৰা আহি জানকীৰামে কমৰেডক কথাষাৰ ক'লেহে—কমৰেডে হাঁহিবলৈ ধৰিলে। জানকীৰামো অবাক—চমাৰীও অবাক।

—মই আগতেই নকৈছিলোনে মেনেজাৰে মোলৈ এটা টোপ দিব বুলি। চোৱা এতিয়া। চমাৰীয়ে ক'লে—"এই কমৰেড়বাবু।

নকৰীটো নাই চড়বেক—কেতনা যে ভাল হবেক—তুই একবাৰ ভাবনা কৰি দেখ ল। হামদেৰ ৰাইজ গিলাভি তকে কেতনা ভাল পায় তুই ত জান।" কমৰেডে এইবাৰ চমাৰীলৈ চাই হাঁহিবলৈ ধৰিলে। তাৰ পাছত কমৰেডে কান্ধত বেগটো লৈ ওলাই যাবলৈ ধৰিলে। জানকী-ৰামৰ হাতত দীঘল খাম এটা আছে। জানকীৰামে সেইটো হাতত লৈ আছে। কমৰেডে ওলাই যাব খুজি জানকীৰামৰ নামটোৰ ফালে চাই ক'লে, "এপইণ্টমেন লেটাৰ হ'বলা।" জানকীৰামে মুৰ দুপিয়ালে। কমৰেড ওলাই গুচি গ'ল। চমাৰীও থকাতে বৈ থাকিল—জানকীৰামো বৈ থাকিল। জানকীৰামৰ মনে মনে কমৰেডলৈ এটা খং উঠিল। চমাৰীৰো খং উঠিল—মানুহটোৱে চাহ একাপো নাখালে—গুচি গ'ল।

জানকী চৰ্দাৰ জানকী বাবু হ'ল। প্ৰথম কামলৈ ওলাবৰ দিনা বহুত বনুৱাই তেওঁৰ ডিঙিত ফুলৰ মালা পিন্ধাই দিলে। বহুতে আলিঙ্গন কৰিলে। বুঢ়া-বুঢ়ীবোৰে মুৰত ধৰি আশীৰ্বাদ দিলে। সৰু সৰু কিছুমানে জানকীৰামৰ ভৰি ছুলে।

প্ৰথমদিনা অফিছত জানকীৰাম চকীত নবহিল। সহকৰ্মী অন্য পুৰণা বাবুবোৰেও জানকীৰামলৈ চাই নিস্তেজ হাঁহি একোটাহে মাৰিলে। বুঢ়া বাবু কেইজনমানেহে জানকীৰাম বুলি নাম কাঢ়িয়েই মাতিলে। জানকীৰামেও বুঢ়া বাবু কেইজনক আগৰদৰে বাবু বুলিয়েই মাতিলে।

জানকীৰামক বাবুৰ শাৰীলৈ অনাত বাবুষ্টাফৰ কোনেও মেনেজাৰক ভাল নাপালে—সমৰ্থন নকৰিলে। অলপ মুখ আগলিকা পি. এফ ক্লাৰ্কে মেনেজাৰক ক'লেই বোলে কুলীক বাবু বনোৱাৰ ফল পাব কিন্তু। কুলীক মুৰৰ ওপৰত তুলিব নাপায়। ইমান লাই দিলে বাগান চলাব নোৱাৰি। মেনেজাৰে হাঁহি এটা মাৰিলে—একোকে নক'লে। জানকীৰামক বাবুৰ শাৰীলৈ অনাত বেয়া পোৱা যেন নেদেখুৱালে অকল মহন্তই। মহন্তই সঁচাকৈয়ে ভালেই পাইছে। মহন্তৰ মতে চাকৰি চাকৰি। বনুৱাও শ্ৰমিক—বাবুও শ্ৰমিক। মালিকৰ ওচৰত বনুৱা আৰু বাবুৰ মাজত কোনো বিশেষ পাৰ্থক্য নাই।

সেই ৰাতিলৈ আনন্দমেলাৰ ব্যৱস্থা হ'ল। চাহ-মিঠাই—চাহ-মিঠাই। কিছুমানে চোজ আনিলে। জানকীবাবুৰ ঘৰৰ আগৰ—অৰ্থাৎ জানকীৰামৰ কোৱাৰ্টাৰ লাইন আৰু আগৰ কোৱাৰ্টাৰ লাইনৰ

মাজৰ দীঘলীয়াকৈ যিখিনি মুকলি ঠাই আছে তাতেই মেলা। কোনে কেতিয়া আয়োজন কৰিলে এই আনন্দ মেলাৰ কোনেও গম নাপালে—মাথো আহিছেহে। মানুহবোৰ দেখি জানকীৰামে কান্দিয়েই দিলে। জানকীৰামৰ এটা অভ্যাস আছে অকলশৰে কোনোবা বনুৱাৰ লগত কথা-বতৰা পাতিলে মজদুৰৰ দোৱানতেই পাতে কিন্তু ৰাজহুৱা ভাবে ক'বলৈ হ'লে অসমীয়া ভাষাত কয়। বাহিৰত চৌকা এটা কৰি তাতে চাহ কৰা হৈছে। ভুজীয়া, বুনীয়া, ৰসগোল্লা, জিলেপী, বুট ভজাৰ যোগাৰ কৰা হৈছে। বুট ভজাৰ বাহীৰে বাকীবোৰ হোটেলৰ পৰা কিনি আনিছে। বুটখিনি চাহৰ চৌকাত ভাওৰ কেৰাহীত ভাজিছে। সকলোৱে কোৱা-মেলা কৰিছে বোলে এইটো আজিৰ চুৰচুৰীয়া কাৰবাৰ। পিছত মাংস ভোজ দিব লাগিব। খাঁহী ছাগলী মাৰিব লাগিব।

চমাৰীয়ে আগৰ দৰেই কাপোৰ-কানি পিন্ধি কাম কৰি ফুৰিছে। কাঁহি-বাতি এজাপ লৈ তাই টিউবৱেলৰ পাৰত ঘঁহি ঘঁহি ধুইছে। তাকে দেখি বৈশাখীয়ে ক'লে, "ঐ দিদি আজসে তুই বাবুৱানী লাগি। বাবুৱানী ঐ ৰাম কুলীৰ লাইনত বাচন চাফা নাই কৰে গ'। তুই ছাবেদে হামি চাফা কৰি দিব। চমাৰীক আৰু কেনাজনেও জোকালে। চমাৰীয়ে একোকে কোৱা নাই। সেই আনন্দ মেলালৈ কেইজনমানে নিচা খায়ো আহিছে। বুদুবুড়াই ক'লে, "ঐ জানকীৰাম, জানকীৰাম নাই লাগি গ' জানকীবাবু লাগি।"

—"জানকী বাবু ভি নাই লাগে তোৰা ভুল কৰচি—একেই নিচা খোৱা লচমনে ক'লে." হাজীৰা বাবুৰে—হাজীৰা বাবু। ঐ হাজীৰা বাবু হামদেৰ নচীব খুব ভালই বলচি—কুলী মানুষ গৈ হাজীৰাবাবু হলেক। লচমনে অলপ কুঁজা হৈ বুদুৱাৰ কঁকালত ধৰি আগলৈ পিছলৈ জপিয়াই জপিয়াই নাচি নাচি গাবলৈ ধৰিলে,

চটমট চাঁহ কৰ চাহ পানী গৰম কৰ
খায়ে দাইয়ে যাবৰে কামজাৰী
ঠিকা কাম বড়ই দিগদাৰী॥"

লচমন আৰু বদুৱাৰ লগে লগে আৰু বহুতে একেই দৰে গীত গালে। যিবোৰে নিচা খাইছিল সেইবোৰেহে পিছে লগে লগে গীত

গাবলৈ ধৰিলে। গীতৰ তালমান মিল্ক-নিমিলক কেইটামান ঢোল বজাবলৈ ধৰিলে। এইবাৰ জানকীৰামক মুকলিতে পাই মাইকী কেইজনীমানে বেঢ়ি ধৰি গালে,

"চৰদাৰ বলে কাম কাম—বাবু বলে ধৰে আন
চায়ব বলে লিব পিঠৰ চাম—হে নিঠুৰ চাম
ফাঁকি দিয়া আনলি আসাম।।

আকৌ ঢোল বাজি উঠিল। নিচা খোৱা নোখোৱা সকলোৱে ঘূৰি ঘূৰি ঢোলৰ চেওৰে চেওৰে নাচিবলৈ ধৰিলে। হাতত ৰাচন-বৰ্তন এসোপা লৈ চমাৰী আহোঁতেই আগচি ধৰিলে বুঢ়া কেইজনমানে; তাইক মাজত লৈ আটাইকেইজনে গালে –

গাছেৰ মধ্যে তুলসী—পাতাৰ মধ্যে পাণ ৰে।
স্ত্ৰীৰ মধ্যে ৰাধিকা সতী—পুৰুষ ভগৱানৰে।।

আকৌ ঢোল, আকৌ নাচ। কথমপি মাজৰ পৰা ওলাই চমাৰী ভিতৰলৈ গ'ল। চমাৰী ভিতৰলৈ যোৱাৰ পাছতো একেই দৰেই গীত-বাদ্য চলি থাকিল। ভাগে ভাগে গীত গাইছে—ভাগে ভাগে বজাইছে—ভাগে ভাগে নাচিছে। প্ৰায় বহুতেই নিচা খালে। ডেকা কিছুমানে আকৌ টাচ খেলিছে।

ভিখু বুঢ়াই চাহ-পানীৰ বাতিটো হাতত তুলি লৈ ক'লে—আজি কমৰেডটো কাহা গেলেকৰে—আজিয়ে নাই আসলে।" যিমানে শুনিলে সিমানে কথাটোত হয়ভৰ দিলে। জানকীৰামেও শুনিলে—তেওঁ পিছে একোকে নক'লে। তেওঁ বহুতবাৰ কমৰেডক নিজে অনুৰোধ কৰিলে আহিবলৈ তথাচ নাহিল। কামজাৰীৰ পৰা আহোঁতে চমাৰীয়েও পাইছিল। বাটত কৈছিল, "ঐ কমৰেডবাবু আজি হামদেৰ ঘৰে যাবি গ'।" কমৰেডে হাঁহিলেহে মাত্ৰ একোকে নক'লে। চমাৰীৰো ঘনে ঘনে কমৰেডলৈ মনত পৰিছে। কমৰেড বাবুটো অহা হ'লে কিমান ভাল লাগিলহেঁতেন। লাইনৰ ছোৱালীবোৰেও চমাৰীক সুধিছে কমৰেডবাবু কিয় অহা নাই। চমাৰীয়ে একো উত্তৰ দিব পৰা নাই। তাই মাজে মাজে মেছুল লাইটে পোহৰাই ৰখা জেপাবোৰলৈ চাইছে—ক'ৰবাত কিজানি মনে মনে কমৰেড আহি বহি আছেহি। বহুত দূৰলৈকে—অন্ধকাৰ হৈ থকা বাটলৈকে তাই চকু দিছে তথাচ কমৰেডক

তাই দেখা নাই। বাবুটো বৰ পাষাণ। সকলোৱে জানে যে কমৰেড সেই ৰাতি সেই বাগানৰ লাইনতে আছে তথাপিও অহা নাই।

জানকীৰামে বাৰে বাৰে কমৰেডক আহিবলৈ কৈছিল। কমৰেডে ক'লে, "মই তোমাক বেয়া পোৱা নাই কমৰেড। মই তোমাক অকণোকে বেয়া পোৱা নাই তুমি নাভাবিবাই। মই কিন্তু আজি তোমালোকৰ তালৈ নাযাওঁ—বেয়া নাপাবা। মই আজি লাইনতে থাকিম। পিছত যাম। পাৰিলে দৰকাৰ পৰিলে সদায় যাম।" কমৰেডে ফাঁকি দিয়া নাই। ব্যক্তিগতভাবে যে কমৰেডে জানকীৰামক বেয়া পোৱা নাই সেই কথাটো জানকীবাবুৱে বুজি পালে।

নিশা বাৰমান বজাত আনন্দমেলাৰ শেষ হ'ল। গোটেই ৰাতিৰেই শেষ নহ'লহেঁতেন কিন্তু পিছদিনা কামজাৰী আছে। মানুহবোৰ যোৱাৰ পাছত বাচন-বৰ্তন বয়-বস্তুবোৰ সামৰি সুতৰি থওঁতে আৰু এঘণ্টামান সময় লাগিল। শুবৰ সময়ত জানকীৰামে চমাৰীক ক'লে "কমৰেড নাহিল।"

—হামভি বকলি তবু নাই আসলেকবে কমৰেড বাবুয়ে। কিৰকম মানুষ লাগে এটা হামি বুজিয়েই নাই পাসি।

—কমৰেড বৰ ভাল মানুহ। জানকীৰামে ক'লে।

—ধুৰ ৰ। ভাল মানুষ তবে নাই আসলে কেনে। মইভি বাৰে বাৰে বললি তবু নাই আসলে কেনে?" চমাৰীৰ কথাৰ সুৰতে জানকীৰামেও ধৰিব পাৰিলে যে তাই কমৰেড নহা কথাটোত বৰ দুখ পাইছে। আচলতে জানকীৰামতকৈয়ো চমাৰীয়েহে কমৰেডক বেছি ভাল পায়—নিজৰ বায়েকৰ দৰে বা ননৌৱেকৰ দৰেই মৰম কৰে। আজি নহাৰ বাবে চমাৰীৰ বৰ অভিমান হৈছে। চমাৰীয়েতো নাজানে কমৰেডৰ কথা। কমৰেড কিহৰ বাবে কি কৰিবলৈ এনেকৈ টলৌ-টলৌকৈ ঘূৰি ফুৰে, ঘৰ নাই বাৰী নাই য'তেই থাকে ত'তেই ঘৰ—সেইটো চমাৰীয়ে বুজা নাই। চমাৰীয়ে শুবলৈ গৈ ফলিখন পিতানৰ পৰা আঁতৰাই থলে। কিতাপখন শুচৰত নাই। ফলি-কিতাপবোৰ কমৰেডে চমাৰীক লিখা-পঢ়া শিকাবলৈ অনা।

## ॥ দহ ॥

জানকীবাবুক সকলোৰেই ভাল পায়। জানকীবাবু সকলোৰে প্ৰিয়। মেনেজাৰেও জানকীবাবুক যেতিয়াই তেতিয়াই মাতি পঠায়—যিকোনো কথা আলোচনা কৰে। এই এমাহে বাবুণ্টাফৰো কোনেও নতুন বাবুক বেয়া পোৱা নাই। কুলীৰ ল'ৰাক বাবুৰ চাকৰি দিয়াত যিবোৰ বাবুৱে মনে মনে বা প্ৰকাশ্যে বেয়া পাইছিল সেইবোৰেও এতিয়া নতুন বাবুৰ বিৰুদ্ধে একো নোকোৱা হ'ল। আগতে চৰ্দাৰ থাকোঁতে বনুৱাক যেনেকুৱা ব্যৱহাৰ কৰিছিল এতিয়া বাবু হোৱাৰ পাছত বনুৱাক তাতোতকৈ ভাল ব্যৱহাৰ কৰিবলৈ ধৰিলে। জানকীৰামক যিবোৰ মজদুৰে বাবু হ'বৰ কাৰণে বেছি জোৰ দিছিল এতিয়া সেইবোৰ মজদুৰে ডাঙৰ ডাঙৰকৈয়ে ক'বলৈ ধৰিলে,—দেখ হামদেৰ জানকীৰাম বাবু হলেক আৰু এখন কেমন ব্যৱহাৰ কৰে দেখ—আগাৰি কোন বাবু এই ৰকম কৰে বলত।

জানকীৰামৰ ঘৰলৈ আজি-কালি কমৰেড নাযায়। লাইনত কমৰেডক দেখা যায়। আগৰ দৰেই অহা-যোৱা কৰে। জানকীৰামে প্ৰথমে বৰ বেজাৰ পাইছিল। চমাৰীয়েও বৰ দুখ কৰিছিল কমৰেড তেওঁলোকৰ ঘৰলৈ নোযোৱা দেখি। আজি-কালি প্ৰায়েই বিচুৱা চকীদাৰ ঘৰত থাকে। বিচুৱা অফিচৰ চকীদাৰ—ডেকা মানুহ। ল'ৰা-ছোৱালীও তিনিটা আছে, লগতে বাপেক-মাক,ভায়েক-ভনীয়েকো থাকে। বাপেকৰ গাৰ বিষ। গাৰ বিষৰ কাৰণে বাপেকে বাগানত কাম কৰিব নোৱাৰে। সৰু সৰু ল'ৰা-ছোৱালী তিনিটাৰ বাহিৰে মাক, ঘৈণীয়েক, ভায়েক দুটা আৰু ভনীয়েকজনীয়ে বাগানত কাম কৰে। বিচুৱাই বাগানৰ এল. পি. স্কুলত দ্বিতীয় শ্ৰেণীলৈকে পঢ়িছিল। সি নিজে নিজে কিতাপ পঢ়িব পাৰে। তাৰ পিছৰটো ভায়েক ভৰত সিং ক্লাছ নাইনলৈকে পঢ়িছিল। তাৰ পিছৰটো ভায়েক ধনীয়া আকৌ

স্কুললৈ নগলেই—লেখা-পঢ়া নাজানে। ভনীয়েক টুটুৱে ক্লাছ ছিক্সলৈকে পঢ়িছিল। বিচুৰা বৰ গহীন-গম্ভীৰ। সি ক'হানিও চাবাপ নাখায়। ভৰতসিং অলপ উগ্ৰ। ধৰ বুলিলেই ধৰিব লাগে—মাৰ বুলিলে মাৰি শেষ কৰিব লাগে—তাৰ কথা হ'ল সেইটো। ধনীয়াৰ সেইবোৰ একো নাই—কাম কৰিব লাগে—টকা কামাব লাগে আৰু চিনেমা চাব লাগে। চিনেমাৰ দৰে সি বৰ সুন্দৰকৈ গান গাব পাৰে। টুটু বৰ মৰম লগা। তাই দেখাতো ধুনীয়া আৰু সকলোবোৰ কথা যেন তাই পঢ়ি পঢ়ি এটা এটাকৈ মুখস্থহে মাতে কথা-বতৰা তেনেকৈ পাতে। তায়ো বৰ ধুনীয়াকৈ গান গায়। তাই কেবাখনো ভাওৰ মিটিঙত অসমীয়া বৰগীত আৰু দেহ বিচাৰৰ গীত গাই মানুহৰ পৰা প্ৰশংসা পাইছিল। সেই বিচুৰাৰ ঘৰতে আজি-কালি প্ৰায়ে কমবেড থাকে। কমৰেডক ঘৰখনৰ সকলোৱেই বৰ ভাল পায় আৰু আগ্ৰহ কৰে। কেৱল বিচুৰাৰ ঘৈণীয়েকেহে কমবেড থাকিলে বৰ বেছি ভাল নাপায়—কাৰণ মানুহজনী অলপ সোৰোপা। কমবেড থাকিলে শহৰেকৰ পৰা আৰম্ভ কৰি টুটুলৈকে সকলোৱে বক্কা-বঢ়া আদিত অলপ বেছি জোৰ দিয়ে কাৰণে তাইৰ অলপ দিগদাৰ হয়। বক্কা-বঢ়া নকৰিলেও নহয় অথচ তাইৰ এলাহৰ কাৰণে সিমানখিনি কৰিবলৈকো টান পায়। তথাপি তাই কমৰেডক কোনো কথাত বেয়া নাপায়। ভাত খাওঁতে অন্য কোনেও বক্কা-বঢ়াৰ বিষয়ে নকয় কিন্তু কমৰেডে খুব ভাল হৈছে বুলি কৈ কৈহে খায়। বিচুৰাৰ ঘৈণীয়েকেহে সলসলীয়াকৈ অসমীয়া ক'ব নোৱাৰে কিন্তু ঘৰৰ বাকী সকলোৱেই অসমীয়া ভাষাতহে কথা কয়। বিচুৰাৰ ঘৈণীয়েকৰ অলপ হেনা-হচা হয়। তাইৰ ঘৰ ছক্ৰাই বাগিছাত।

বিচুৰাৰ ঘৰতে কমৰেড থাকে এই কথাটোত জানকীৰামৰ একো ভাবনা নাই—কিন্তু চমাৰীয়ে বৰ ভাল পাব নোৱাৰে। কাৰণ চমাৰীয়ে ভাবে কমৰেড তাহাঁতৰ ঘৰতেই থকা উচিত। বাটে-পথে অৱশ্যে কমৰেডে জানকীৰাম আৰু চমাৰীক আগৰদৰেই মাতবোল কৰে কথা বতৰা পাতে। চমাৰীৰ কথাত অভিমানৰ সুৰ ওলায় যদিও কমৰেডে বুজি নাপায় বা বুজি পালেও নুবুজাৰ ভাও ধৰে। এদিন বাটতে পাই কমৰেডে সুধিলে, "দিদি তুমি ভালকৈ লিখা-পঢ়া কৰিব পৰা হ'জানে? চমাৰীয়ে অভিমান কৰি ক'লে, "ম'ৰ কেউ নাইৰে। হামাকমো কে লিখা-পঢ়া শিকাবেক। চিঠিটাকি ভাতে দিব।

কমৰেডে ক'লে, "নাই নাই চিলথখন কেনেই ভাঙিবা। কমৰেডক ক'বাচোন আজৰি পৰত আখৰকেটা ভালকৈ শিকাই দিবলৈ। কমৰেডৰ আজি কালি কাম কম নহয় জানো? মোৰ সময় নাইহে দিদি। সময় পোৱা হ'লে মই তোমাক শিকাই দিলোহেঁতেন।

এই চমাৰী আৰু জানকীৰাম থাবু চাকৰি পোৱাৰ এমাহৰ পাছত আৰু এখন যুদ্ধৰ সম্মুখীন হ'ল। হাজীৰামহৰীৰ চাকৰি লোৱাৰ পাছতেই জানকীৰামে মজদুৰবোৰক এটা কথা দঢ়াই কৈছিল যে তেওঁক যাতে কোনেও বাবু বুলি নামাতে আগতে যেয়ে যেনেকৈ মাতিছিল তেনেকৈ মাতবোল কৰিব আৰু তেওঁ কদাপিও মজদুৰ লাইন এৰি বাবুকোৱাৰ্টাৰলৈ নাযায়। তেওঁ বাবু হ'লেও আগৰ মজদুৰৰ কোৱাৰ্টাৰতে থাকিব। এই কথাত মেনেজমেণ্টে আপত্তি কৰিলে। মেনেজমেণ্টৰ মতে জানকীৰাম যেহেতু হাজীৰাবাবু হ'ল এতেকে তেওঁ বাবু লাইনলৈ আহিবই লাগিব। বাবু হৈ মজদুৰ লাইনত থাকিলে প্ৰশাসনীয় অসুবিধা হয়। সেয়েহে মেনেজাৰে জানকীৰামলৈ নটিছ দিয়ালে। জানকীৰামক বাবুকোৱাৰ্টাৰলৈ অনাত পুৰণা বাবুখিনিয়ে দোৰ্বাৰ আপত্তি কৰিলে। এই আপত্তি মেনেজাৰৰ ওচৰত গোপনেহে জনালে—খুলি কোনেও নক'লে। অৱশ্যে জানকীৰাম বাবু লাইনলৈ অহাত বেয়া পোৱা ভাবটোও বাবুসকলে গোপনেহে ৰাখিলে। জানকীৰামক বাবু কৰাত বা জানকীৰামক বাবু কোৱাৰ্টাৰলৈ অনাত বাবুবোৰৰ দৰে মেনেজাৰৰ আপত্তি নাই কাৰণ জানকীৰাম চৰ্দাৰেই হওক বা বাবুৱেই হওক মেনেজাৰক চাহাব বুলিবই লাগিব। গতিকে চৰ্দাৰ বা বাবু বা মজদুৰ বা বাবুৰ মাজত কোনো পাৰ্থক্য কোনো মালিক বা মেনেজাৰে নেদেখে। জানকীৰামক বাবু কোৱাৰ্টাৰলৈ আনিলে মেনেজমেণ্টৰ বেছি সুবিধা হয়।

চমাৰীয়ে এই কথাত ঘোৰ আপত্তি কৰিলে। তাইৰ কথা হ'ল জানকীৰাম বাবুৰ কোৱাৰ্টাৰলৈ গ'লে তাই আৰু আগৰদৰে বাগানত কাম কৰিবলৈ যাব নোৱাৰে। কাম নকৰাকৈ তাই থাকিবও নোৱাৰে। সেইবাবেই তাই দোৰ্ঘোৰ আপত্তি দৰ্শাবলৈ ধৰিলে। এই মুহূৰ্তত তাই কমৰেড বাবুটোক আশা কৰিছিল। কমৰেড বাবুটো থকা হ'লে জানকীৰামক তেওঁ বুজাব পাৰিলেহেঁতেন বা কিবা এটা তাই মনে বিচৰা সিদ্ধান্ত দিব পাৰিলেহেঁতেন। হয়তোবা বাবু কোৱাৰ্টাৰলৈ

গ'লেও তাইৰ চাকৰিটোৰ পৰা তাইক অৰ্ন্তি ৰ্ণো কিবা এটা সুবিধা কৰি দিব পাৰিলেহেঁতেন। কমৰেড বাবু ওপৰত জানকীৰামে মাত মাতিব নোৱাৰিলেহেঁতেন।

কিন্তু সকলো আপত্তি অভিযোগ আওকাণ কৰি আনকি নিজৰ দুৰ্ঘোৰ অনিচ্ছা স্বত্বেও জানকীৰাম বাবু বাবুলাইনৰ বাবু কোৱাৰ্টাৰলৈ এদিন আহিব লগা হ'ল আগৰ ভোলা শমা হাজৰীবাবুৰ কোৱাৰ্টাৰটোৰেই এতিয়া জানকীৰাম বাবৰ কোৱাৰ্টাৰ। কাজত যোনা ওলমাই ফুৰা ডেকা মানুহটো কিন্তু জানকী বাবুৰ কোৱাৰ্টাৰলৈ এদিনো নাহিল। এদিন হঠাতে চাৰি আলিত পুৰণা ফটা চেন্দেল এযোৰ জোতা মিস্ত্ৰীৰ হতুৱাই ভাল কৰাই থকা অৱস্থাতে জানকীৰামে কমৰেডক লগ পালে বহুত দিনৰ মূৰত। জানকীবাবুৱে বগা ৰঙৰ হাফপেণ্ট এটা পিন্ধিছিল। নীলা হাফ চাৰ্টটো পেণ্টৰ ভিতৰত সুমাই লৈছিল। ভৰিত নতুন টেনিচ আৰু নীলা মোজা আছিল। তেওঁ কামজাৰীৰ পৰা আহিছে, বাইচাইকেলৰ আগৰ ক্লেম্পত হাজীৰা বহীখন লগাই থোৱা আছে। কমৰেডক জোতা মিস্ত্ৰীৰ ওচৰত বহি থকা দেখি জানকীবাবুৱে বাওঁ ভৰিটোৰে মাটিত ভেঙা দি চাইকেলৰ পৰা নমাকৈয়ে কমৰেডলৈ চালে। কমৰেডে জানকীবাবুক দেখা নাই। চেন্দেলযোৰ ভাল কৰোৱাৰ বাবদ দিবলৈ কমৰেডৰ হাতত পইচা নাছিল। সেই বাবেই তেওঁ জোতা মিস্ত্ৰীৰ ওচৰতে বহি মিস্ত্ৰীৰ আগত থকা পুৰণা জোতাবোৰ চাফা কৰি আছিল। ৰং দিবলগীয়াবোৰত ব্ৰাচ মাৰি ৰংপানী সানিছিল। মিস্ত্ৰীয়ে বাৰম্বাৰ কমৰেডক জোতাবোৰ নুচুবলৈ অনুৰোধ কৰিছে—হাতৰ পৰা কাঢ়ি নিছে। কমৰেডে কিন্তু মনা নাই। তেওঁ ক'লে, "নাই কমৰেড কি হ'ব। মই তোমাক অলপ সহায় কৰি দিছো। তুমি মোৰ ছিগা চেন্দেলযোৰত বিপু কৰি পজাল মাৰি পিন্ধিব পৰা কৰি দি সহায় কৰিছা মযো তোমাৰ কামত অলপ সহায় কৰি দিছো।" মিস্ত্ৰীয়ে কিন্তু মানি লব পৰা নাই। মিস্ত্ৰীয়ে বাৰে বাৰে কৈছে যে চেন্দেলযোৰত পজাল দুটা মাৰি দিয়াৰ বাবদ পইচা নহ'লেও নিদিলে তেওঁৰ একো লোকচান নহয়—সদায় কৰি দিব পাৰে—তাৰ বাবে লোকৰ পুৰণা জোতা চাফা কৰি দিয়াৰ কোনো দৰকাৰ নাই। সেয়া হ'ল মিস্ত্ৰীৰ কথা। কমৰেডৰ কথা হ'ল—কাম কাম আৰু। তোমাৰ কাম আৰু আনৰ কামৰ মাজত কি তফাৎ আছে। ইটোৱে

সিটোক সহায় কৰি দিয়াতেহে মানুহ জীয়াই থাকিব পাৰিছে। এইখন টনা আজোৰাকে জানকীবাবুৱে চাইকেলৰপৰা ননমাকৈয়ে বাওঁ ভৰিৰে মাটিত ভেজা দি একান্তমনে চাই আছিল। সেইফালেদি মূৰত চাহ-পাতৰ টুকুৰীবোৰ লৈ প্ৰথমে ছোৱালীবোৰ তাৰ পাছত মাইকীবোৰ গৈ আছিল। কমৰেডৰ কাৰোৰে ফালে চকু নাই। ছোৱালীবোৰৰ মাজত টুচুও গৈছে। কমৰেডৰ ওপৰত টুচুৰ চকু পৰিছিল যদিও দ্বিতীয়বাৰ ঘূৰি নাচালে। কমৰেডে কাৰোৰে ফালেই চোৱা নাই। জানকীবাবু মাইকী মহৰী। জানকীবাবুৰ কাষেদিয়েই মানুহবোৰ গৈ আছে। এবাৰ টুকুৰী মূৰত লৈ যোৱা এজনীয়ে লাইনৰ মাজৰ পৰা চিঞৰি দিলে—"এই কমৰেড, হিয়া বসে কৰে তুই কি কৰচি?" কমৰেডে মূৰটো দাঙি চাই দেখিলে বিচুৱাৰ ঘৈণীয়েক। কৈ মানুহজনী গৈ আছে। কমৰেডে চিঞৰি ক'লে, "চেন্দেল ভাল কৰিছো ভ'জি "তাৰ পাছত হাঁহি এটা মাৰি আকৌ জোতাৰ কামত লাগিল' এইবাৰ জানকীবাবুৱে মাত লগালে, —"কমৰেড।" কমৰেডে মূৰ দাঙি চাই জানকীবাবুক দেখি হাঁহি এটা মাৰি ক'লে, "অ' কমৰেড। জোতাৰ কিবা কাম আছে নেকি—আছে যদি দিয়া। জানকীবাবু চাইকেলৰ পৰা নামি আহিল। চাইকেলখন আওঁজাই থৈ তেওঁ মিস্ত্ৰীৰ চালিখনৰ তললৈ মূৰটো দোৱাই সোমাই গ'ল। মিস্ত্ৰীৰ মুখৰ আগত টুলৰ নিচিনা কাঠৰ টুকুৰা এটা আছিল—তাত জানকীবাবু বহিল। কমৰেডে মিস্ত্ৰীৰ লগত একেলগে বহি কাম কৰি আছিল। কমৰেডে জানকী-বাবুলৈ মূৰ তুলি চাই ক'লে, "জোতাৰ কাম কিবা আছিলনেকি? জানকীবাবুৱে একো নক'লে যদিও গোটেই গাটোত কিবা চেঁচা বস্তু এটা লগাৰ নিচিনাকৈ জিকাৰ মাৰি উঠিল। শৰীৰৰ সমস্ত নোম পেৰেড কৰিবলৈ সাজু হোৱা সৈনিকৰ দৰে পোন হৈ গ'ল। জানকী-বাবুৱে ক'লে, "কমৰেড, বহুতদিন দেখা নাই দেখোন। লাইনতে থকা বুলি শুনো কিন্তু লগহে নাপাওঁ।

—এবা লাইনতে থাকো। এবে লেঠাবিয়ে চাৰিদিন আছো।

—লাইনতনো কি কাম লগাইছা? জানকীবাবুৰ এই প্ৰশ্নটোত কমৰেডে মূৰ তুলি চালে। কমৰেডৰ চোৱাৰ ভঙ্গীমাতেই জানকীবাবুৱে বুজি পালে যে এই প্ৰশ্নটো বৰ ঠিক প্ৰশ্ন নহ'ল। কমৰেডে জানকী-বাবুলৈ পোনকৈ চোকেশুমান চাই—অলপ হঁহাৰ নিচিনা কৰি ক'লে,

"পাৰিলে কেইটামান জানকীৰাম গঢ়িবলৈ চেষ্টা কৰি আছো। সাৱধানেৰে চেষ্টা কৰিবলগীয়া হৈছে এইবাবেই যে জানকীৰামহে গঢ়িব খুজিছো—জানকীবাবু নহয়—বুইচ' কমৰেড।" কমৰেডৰ এই কথাবোৰত জানকীবাবু জঁহি পৰি যোৱাদি প'ল। সেওঁ মুখেৰে একোকে ক'ব নোৱাৰিলে আৰু লাজুকুৰীয়া গাভৰু হোৱালী অথবা কথাৰ উত্তৰ দিব নোখোজা নাম সুধিলে নামটো ক'ব নোখোজা—তিনি/চাৰিবছৰীয়া শিশুৰ দৰে তললৈ মাটিৰ ফালে চাই থাকিল। অসুবিধা হ'ল জোতা মিস্ত্ৰীৰহে। মিস্ত্ৰীয়ে আগতে জানকীৰামক চৰ্দাৰ বুলি মাতিছিল। আজিকালি একো বুলি মাতিব নোৱাৰা হ'ল—চৰ্দাৰ বাবু, জানকীৰাম—একোকে বুলিব নোৱাৰা হ'ল। গতিকে মিস্ত্ৰীৰ অসুবিধা হ'ল। জানকীবাবুক কিবা এটা ক'ব খুজিলেও পোনে পোনে একোকে ক'ব নোৱাৰে। মিস্ত্ৰীয়ে কমৰেডৰ চেন্দেলযোৰত গজাল-চজাল মাৰি, আমৰা-তামৰা জোৰা লগাই অলপ ৰঙো সানি দিলে। সানি দি কমৰেডৰ আগলৈ আগবঢ়াই দি ক'লে—ওঁ হৈ গৈছে, পিন্ধিব পাৰা কমৰেড। কমৰেডে চেণ্ডেলজোৰ হাতত লৈ ক'লে,—ইস্ ইস্ ৰংবোৰ এনেয়ে ইয়াত সানি কিয় খৰচ কৰিলা? মোৰ চেন্দেলত ৰং কেলেই। একেবাৰে দেখোন নতুন চেন্দেল হোৱাদি হ'ল। হেৰি কৰিবা কমৰেড—মিস্ত্ৰীক ক'লে, "তুমি মটৰৰ টায়াৰৰ মজবুত চেন্দেল এযোৰ বনাই দিবাচোন। অনবৰতে দিনভৰ এইজোৰ চেন্দেল পিন্ধি থাকিলে বেগেত বেগেত ছিগে।" জানকীবাবুৱে ইমান পৰে একো কোৱা নাছিল। তাৰ পাছত বহাৰ পৰা উঠি ক'লে, "কমৰেড এবাৰ যাবাচোন। তোমাৰ দিদিয়ে ৰবকৈ মাতি আছে। কমৰেডে ক'লে, "এৰা চমাৰী দিদিক বহুতদিন দেখা নাই। আখৰবোৰ ভালকৈ লিখিব পঢ়িব পৰা হ'লনে?

—মই যাওঁ বাৰু। তুমি এবাৰ যাবা কমৰেড। জানকীবাবু উঠিল আৰু আওঁভাই থোৱা বাইচাইকেলখন লৈ কিছুদূৰ নুঠাকৈ গৈ থাকিল।

মিস্ত্ৰীৰ ওচৰৰ পৰা ভৰিত চেন্দেলযোৰ সুমাই লৈ কমৰেড উঠিল। কান্ধত বেগটো ওলোমাই লৈ তেওঁ ফিল্ডৰ মাজেদি মানুহ যাওঁতে যাওঁতে হোৱা বগা ফিটা এডালৰ দৰে বাণ্টাটোত খোজ পেলাই যাবলৈ ধৰিলে। মহন্তবাবু ওচৰতে ৰ'লহি। কমৰেডে খুব দাড়িয়াল দুয়ো

দুয়োলৈকে চাই হাঁহিলে। মহন্তই ক'লে, "ক'ৰপৰা আহিলে ?" কমৰেডে ক'লে, "আছোঁ—আপোনালোকৰ ইয়াত আছোঁ।" মহন্তই ক'লে, "আহক আমাৰ ঘৰলৈকে।" কমৰেড অকণমান দৰক মাৰি ৰ'ল। মহন্তই আকৌ ক'লে, "আহক—অলপমান বহিব। ভাত খাই ময়ো আকৌ অফিছলৈ ওলাই আহিব লাগিব।" মহন্তৰ লগে লগে কমৰেড গ'ল। মহন্তৰ কোৱাৰ্টাৰত সোমালগৈ।

ভাতৰ টেবুলত মহন্তই ক'লে, "আপোনাক অৱশ্যে সকলোৰে কমৰেড বুলিয়েই মাতে আৰু আপোনালোকৰ নিচিনা লোকৰ নাম কমৰেড হোৱাটোৱেই উচিত আৰু নতুন নামৰ দৰকাৰ নাই। তথাচ সুধিছো যদি কোৱাত বাধা নাই কওকচোন আপোনাৰ নামটো।" কমৰেডে ভোকত ভাত খাই আছিল। ভাত এগৰাহ মুখত সুমাই মহন্তৰ ফালে চালে। মহন্তও ডেকা মানুহ বিয়া-বাৰু কৰোৱা নাই। মুখখনত হাঁহি আৰু সততাৰ জ্যোতি এটাই জিল্‌মিল কৰি আছে। কমৰেডে ভাবিলে এই ডেকা বাবুটোক ফাকি এটা দি থ'লে সময়ত সেই ফাকিটোৱে বৰ সহায় কৰিব। কমৰেডে ক'লে, "আমাৰ নাম কমৰেডেই।" তথাচ আপুনি সুধিছে যেতিয়া আই-বোপায়ে দিয়া নাম এটা আছে তাকে ক'ব লাগিব। নামটো ব্যৱহাৰ নকৰোতে নকৰোতে পাহৰিয়েই গ'লো বুলিব লাগে। মোৰ নাম—বিনয় গোহাঁই। আপুনি কিন্তু নামটো কাকো নক'ব।

—নাই নকওঁ নকওঁ। মহন্তই আন্তৰিকতাৰে ক'লে। কমৰেডে আৰু এটা নতুন নাম ল'লে হঠাতে বিনয়। এই বিনয় নামটো কাহানিও মনত ভবা নাছিল। বিনয়ে পেটভৰাই ভাত খালে। মহন্তৰ লগত কথা-বতৰা পাতিলে। বিনয়ৰ লগত মহন্ত একমত—এইদৰে নিৰ্বাচনৰ যোগেদি, ভোটৰ যোগেদি, বেলট পেপাৰৰ যোগেদি দেশলৈ সমাজবাদ নাহিব। গতিকে বিপ্লৱ লাগিব। শোষিতৰ হাতত ক্ষমতা পৰিবলৈ হ'লে বিপ্লৱ লাগিবই। কিন্তু অহিংসৰে যে দেশত বিপ্লৱ হ'ব সেয়া মহন্তই বিশ্বাস নকৰে—তাতে সমস্ত বিপ্লৱ। বিনয়ে পতিয়ন নিয়াবলৈ চেষ্টা কৰিলে। সংগঠন লাগিব। কেডাৰ লাগিব। কিন্তু সমাজখনত সুবিধাবাদে ইমানেই বাঢ়ি গৈছে যে একনিষ্ঠ কেডাৰ তৈয়াৰ কৰাই বৰ টান। আমাৰ দেশত লিডাৰৰ অভাৱ নাই—অভাৱ কেডাৰৰহে।

বিনয়ৰ লগত কথা-বতৰা পাতি মহন্তৰ এটাই ধাৰণা হ'ল যে ভোটৰ যোগেদি সমাজবাদ আহিব বুলি ভবা কমিউনিষ্ট পাৰ্টি কেইটাৰ মানুহ বিনয় নহয়। আৰু বিনয়ে এতিয়া কেডাৰ বনোৱাৰ কামত ব্যস্ত।

মহন্তও অফিছলৈ যাবলৈ ওলাল আৰু বিনয়ো উঠিল। মহন্তই বিনয়ক ৰাতি থাকিবৰ কাৰণে অনুৰোধ কৰিছিল—বিনয়ে অনুৰোধ ৰাখিব নোৱাৰে বুলি ক'লে। মহন্তই ক'লে, "কিবা দৰকাৰ হ'লে বা কিবা সহায়ৰ প্ৰয়োজন হ'লে ক'ব—যি পাৰো কৰিম। আমিও পেটৰ দায়তহে চাকৰি কৰিছো—কিন্তু বিবেকক বন্ধক দিয়া নাই।"

বিনয়ে হাঁহি মাৰিলে আৰু মহন্তৰ কথাত হয়ভৰ দিলে।

## ॥ এঘাৰ ॥

জানকীৰাম চৰ্দাৰ জানকীবাবু হোৱাৰ পাছত এনেধৰণৰ কাম-কাজ আচৰণ কৰিবলৈ ধৰিলে যেন লাহে লাহে তেওঁ জানকী চাহাবহে হ'ব ধৰিছে। আজি-কালি চমাৰীয়ে ঘৰতে বহি থাকে। বাবু কোৱাৰ্টাৰলৈ অহাৰ দিন ধৰি তাই বাগানৰ চাকৰি এৰি দিবলগীয়া হ'ল। তাই এৰিবলৈ মুঠেই মন কৰা নাছিল—কিন্তু জানকীবাবুৰ কাৰণেই এৰিবলগীয়া হ'ল। জানকীবাবুৱেও ইমান হঠাতে চাকৰিটো একেবাৰে খোজা নাছিল পিছে এচিচটেণ্ট মেনেজাৰে বাবুৰ ঘৈণীয়েকে টুকুৰীত কুলীৰ লগত একেলগে পাত তোলা কথাটো সহ্য কৰিব নোৱাৰে—অসুবিধা হয়। সেইবাবেই এৰিবলগীয়া হ'ল চাকৰি। চমাৰীয়ে নেৰো বুলি আকোৰগোজ হৈ থাকোঁতেই জানকীবাবুৱে ধমক্ দি ক'লে,—"ৰ'দে বৰষুণে পাত তুলি মাহেকত কিমান তলপ পাব? দুশ পাবনে? ঠিক আছে মই তোক মাহে মাহে তিনিশ টকা দিম।" চমাৰীয়ে টকাৰ কাৰণে কাম কৰি থাকিব খোজা নাছিল। কাম নকৰিলে তাইৰ ভাল নালাগে। কাম নকৰি গাঁও ফুৰি ফুৰা বাবুৱানী-বোৰক তাই আগৰ পৰাই চকুপৰি দেখিব নোৱাৰে। প্ৰথম চাৰিমাহ-মান জানকীৰামে কথা ৰাখিব নোৱাৰিলে। কিন্তু পাছমাহমানৰ পৰা জানকীবাবুৱে চমাৰীক দিয়া কথা ৰখাৰ চেষ্টা কৰিলে। প্ৰথমতে দিলে এশ। তাৰ পাছত দুশ। এনেকৈ লাহে লাহে জানকীবাবুৱে চমাৰীৰ হাতত কেতিয়াবা একেলগে সাত-আঠশ টকা দিব পৰা হ'ল। জানকীবাবুৱে দৰ্মহাৰ টকা নিদিয়ে। চমাৰীয়ে মাজে মাজে ভাবে—সি বাবু হোৱাৰ পাছত চব মিলাই দৰ্মহা পায় চাৰে পাঁচশ টকা। কিন্তু ইমান বাহাদুৰিত চলিও ছয়/সাতশ টকা তাইৰ হাতত কেনেকৈ দিব পাৰে। বাগিচাত প্ৰতি পথেকত মজদুৰৰ দৰ্মহা হয়। এই মজদুৰৰ দৰ্মহাৰ বাবত সন্ধ্যা জানকীবাবুৱে চমাৰীক কেতিয়াবা দুশ কেতিয়াবা

তিনিশ দিয়ে, কেতিয়াবা আকৌ চাৰিশলৈকেও বাঢ়ে। মাহেকত দুবাৰ চমাৰী ৰহাতত জানকীবাবুৱে টকা দিয়ে। পূজাৰ মিলাক কেতিয়াবা আঠশটকাও হয়গৈ। নিজেও বাগানত কামকৰা বনুৱা চমাৰী। এতেকে তাইৰ বুজিবলৈ কষ্ট নহ'ল যে গিৰিয়েকে এই টকা ক'ৰ পৰা পায়। আগতে গিৰিয়েকক চমাৰীয়ে তই বুলি মাতিছিল। আজিকালি তুমি বুলিব লগা হ'ল। নহ'লে গিৰিয়েকে লগৰ বাবুৰ আগত লাজ পায়। এদিন চমাৰীয়ে সুধি দিলে, "তুই এটনা টাকা কাঁহা পাচ্ছি।" দৰ্মহা কেতনা? ছয়শ। তুই এতনা খৰচ কৰি হামাৰ হাতে সাতশ টাকা কি ৰকম দিলি, বলত।" জানকীৰামে অলপ টান মাতেৰে ক'লে, বাবুবোৰৰ অকল দৰ্মহাটোৰ টকাহে উপা নেকি? ইমান এখন ডাঙৰ বাগানত চাৰে পাঁচশ দৰ্মহা—টকানেকি! তোক কেলেই? মই ক'ত টকা পাওঁ তোক কেলেই? আৰু এটা কথা শুন—তই এতিয়া বাবুৱানী। গতিকে কথা ক'লে হয় অসমীয়াত ক'বি নহয় পুৰা খাতি বাঙালীত ক'বি। এনেকৈ কুলীৰ দোৱানত কথা নকবি।"

চমাৰীৰ বৰ খং উঠি গ'ল। তাই ভেকাহী মাৰি ক'লে, "তকে ইংৰাজীমে বাত বলব— কাঁহা অসমীয়া বাঙালীমে বলব পুৰা ইংৰাজীমে বলব।

জানকীবাবুৰো খং উঠিল—কিন্তু জানকীবাবৰে একোকে নক'লে। মনতে ভাবিলে যে মানুহজনী সেই কুলী মাইকীয়েই হৈ থাকিল—বাবুৱানী হ'ব নোৱাৰিলে।

চমাৰীৰ সেই খংটো পিছদিনালৈকে মাৰ নগ'ল। পিছদিনা বাবু-বোৰৰ ঘৰে ঘৰে বাচন-বৰ্তন ধোৱা আৰু ঠাই চাই ঝাড়ু মৰা বনুৱা ছোৱালী কেৰকেৰী আহি যেতিয়া জানকীবাবুৰ ঘৰ পাইছিলহি তেতিয়া জানকীবাবুৱে বাহিৰৰ চোতালত বহি চাহ-পানী খাই আছিল। পাক-ঘৰৰ পৰা চমাৰী ওলাই আহি কেৰকেৰীৰ কালে চাই ক'লে, "এই কেৰকেৰী, আজসে তুই হামদেৰ ঘৰে বাচন-বৰ্তন ধুনেকে নাই আসবি। আৰ ঘৰ ঝাড়ু দিতেও নাই লাগে। মুই নিজেই কৰব। মুই এমনেহে বসি থাকিজা। কি কৰব নিজৰ কাম নিজে কৰব। মুই বাবুৱানী নাই লাগি মুই কাম কৰেৰক নাই পাইলে পাগলী হৈ যাব।" হাতত ঝাড়ু লৈ বৈ থকা কেৰকেৰীয়ে একোকে বুজিব নোৱাৰিলে। তাই একো ক'ব পৰা নাই। আজিকালি জানকীবাবু আলৰ দৰে জানকী

চৰ্দাৰৰ নিচিনা হৈ থকা নাই—বৰ কড়া হৈছে। বাগানৰ চব মাইকীয়ে জানকীবাবুৰ কথা আজিকালি কয়। সেইকাৰণে কেৰকেৰীয়ে ভাবিলে যে নিশ্চয় বাবুৰহে কিবা কথাত খং উঠিছে। এদিন জানকীবাবুৱে কেৰকেৰীক কৈছিল যে তাই প্ৰথমে জানকীবাবুৰ ঘৰৰপৰা কাম কৰিবলৈ আৰম্ভ কৰিব লাগে—তাৰ পাছতহে অন্যবাবুৰ ঘৰত কাম কৰিব লাগে। কিন্তু তাই কথাটো মানি লোৱা নাই। তাই সদায় সিমুৰৰ পৰা আৰম্ভ কৰিহে জানকীবাবুৰ কোৱাৰ্টাৰত কাম শেষ কৰেহি। সেইটো কথাতে আকৌ কিবা খং উঠিল নেকি? কেৰকেৰী কিছুপৰ তভক মাৰি ৰ'ল। চমাৰীয়ে আকৌ ক'লে, "তুই যা। হামাৰ কাম হামি কৰব। মুই বাবুৰানী নাই লাগি—মুই তৰ ৰকম মাইকী লাগি। উহে বাবু লাগে।" কেৰকেৰীও ৰৈ আছে—চমাৰীয়েও বকি আছে। জানকীৰামে "খোকা বাবু জল খাও" লিখা পিতলৰ গিলাচ এটাত চাহ-পানী খাই আছিল— গিলাচটো দলিমাৰি দি জানকীবাবুৱে ভোৰ-ভোৰাই গুচি গ'ল চাইকেলত উঠি। কথা কৈ থাকোঁতে চমাৰীক শোকে খুন্দা মাৰি ধৰিছিল। তাই কন্দনামুৱা হৈ ক'লে, "কি বলবি কেৰকেৰী ম'ৰ একেবাৰে সুখ নাইৰে। ম'ৰ মতাটো আজ-কাল বহুত খাৰাপ হলেক।" চমাৰীয়ে বকিয়েই গ'ল গিৰিয়েকৰ বিষয়ে। তাতে সুবিধা পাই কেৰকেৰীয়েও ক'লে মাইকীবাবু জানকীৰামৰ কথা।

—হঁা দিদি তুই ঠিকেই বলছি। আজকাল এই চৰ্দাৰটো বাবু হলেকত' বহুত খাৰাপ হলেক। হামদেৰ মাইকীচবে একেবাৰে ভাল নাই পাইলা। বহুত খাৰাপ। দশ দিনকেৰ হাজীৰা লিখেলা আৰ দেলা তিনদিনকেৰ। সাত দিনকেৰ হাজীৰা নিজে লেগেলা। আগেকেৰ শৰ্মাবাবু দশদিনকেৰ হাজীৰা লিখেলা ছয় দিনকেৰ দেলা। আজকাল হামদেৰ নতুন বাবু তিন্‌দিনকেৰ দেলা। কেতনা জগৰা আজকাল মাইকীসবৰ সঙ্গে।

মনৰ দুখতে দুয়োজনীয়ে জানকীবাবুৰ কথা পাতিলে। কেৰকেৰী অজপ যে পৰোৱা মুখ চোকা ছোৱালী বুলিয়েই সকলোৱে জানে। তাতে তাই কমবেডৰ জগতো কথা পাতে। তাই নিজে যিটো ঠিক বলি ভাবে তাকেহে কৰে। সেইবাবেই আইনে তাইলৈ অজপ ভৰ কৰি চলে। তাই জানকীবাবুৰ বহুত কথা চমাৰীক ক'লে। জানকীবাবুক আজিকালি মজদুৰবোৰে ভাল নাপায়। কথাবোৰ চাহাবক জনাই

দিয়ে। হাজীৰাৰ কাৰণে কাজিয়া কৰে। চমাৰী মাইকীৰ পৰাও হাজীৰা কাটে। চমাৰীৰ বৰ বেয়া লাগিল। চমাৰীয়ে এতিয়াহে বুজিলে যে কমৰেড বাবুটো কিয় বাবে আজিকালি সিহঁতৰ ঘৰলৈ নাহে। কমৰেড বাবুক লগ পাবলৈ মন যায় তাইৰ।

কমৰেড বাবুৱে আনি দিয়া ফলিখনত চমাৰীয়ে আখৰ লিখিবলৈ শিকিছিল। ডাঙৰজনী জীয়েক মামনি আজিকালি স্কুললৈ যায়। দ্বিতীয়মানত পঢ়ে। জানকীবাবুৱে মামনিক পঢ়ুৱাবৰ কাৰণে মাষ্টৰ এটা বন্দবস্ত কৰি দিছিল। মাষ্টৰ মানে দুৰ্লভ চৰ্দাৰৰ কাষৰ টেইনত পঢ়া ল'ৰা হৰি প্ৰসাদক। হৰি প্ৰসাদে মামনিক পঢ়ুৱাওঁতে চমাৰীও ওচৰতে বহি থাকে। তাই লিখিব আৰু পঢ়িব পৰা হৈছিল। আগৰে পৰা চমাৰীয়ে মনে মনে ভাবি আছিল তাই লিখিব পঢ়িব পৰা হ'লে কমৰেড বাবুৱে পঢ়া কিতাপবোৰ পঢ়িব। বেগৰপৰা উলিয়াই উলিয়াই কমৰেড বাবুৱে কিতাপ পঢ়ে। তাই মনে মনে এদিন বেগটো চালে—সদায় সদায়ে নতুন নতুন কিতাপ পঢ়ে ইমানবোৰ কিতাপ ইমান সৰু বেগটোত ক'ত আছে। মনে মনে বেগটো চাই দেখিলে মাথো দুখনহে আছে। ক'ৰবাৰ পৰা আনি আনি পঢ়ি আকৌ ক'ৰবাত চাগে থৈ দিয়ে। সেইদিনাই ভাবিছিল তাই পঢ়িব পৰা হ'লে এই কিতাপবোৰ পঢ়ি পেলালেহেঁতেন। এইবোৰ কিতাপ পঢ়াৰ বাবেই চাগে কমৰেড বাবুটো ইমান ভাল মানুহ হৈছে। কিন্তু যেতিয়া তাই লিখা-পঢ়া কৰিব পৰা হ'ল তেতিয়া কমৰেড বাবুটোক তাই লগ নোপোৱা হ'ল। তাই এতিয়া লগ পোৱা হ'লে ক'লেহেঁতেন, "দে কমৰেড বাবু তেৰ কেতনা কিতাব আছে চব দে—হামি পঢ়ব। ম'ৰ আজকাল বহুত সময়।" কিন্তু বহুতদিন তাই কমৰেড বাবুটোক দেখাই নাই। মাজে মাজে বোলে লাইনতে থাকেহি। কমৰেড বাবুৱে বৰ ভাল গান গায়। আজিকালি বোলে বহুত ল'ৰা-ছোৱালীক কমৰেড বাবুৱে গান শিকায় মাজে মাজে। কিবা কিবি মিটিং পাতি কথা পাতে। কিতাপ পঢ়ি শুনায়। বহুত লিখা-পঢ়া নজনা বনুৱাক লিখা-পঢ়া শিকাবলৈ চাহাবৰ ঘৰৰ মালী ৰামস্বৰূপক বন্দবস্ত কৰি দিছে। ৰামস্বৰূপে ৰাতি ৰাতি মজদুৰ ক্লাবত মেণ্টল লাইট জ্বলাই লিখা-পঢ়া শিকায়। মাজে মাজে লাইনত থাকিলে কমৰেড বাবুৱে নিজেই শিকায়। চমাৰীৰ সেইবোৰ শুনি লাইনলৈ যাবৰ মন যায়। লাইনলৈ যাবলৈ পিৰিয়েকে নিদিয়ে। আনকি মজদুৰ লাইনত থকা চাক্ৰাই বাগিচাৰ চমাৰীৰ মাকৰ ঘৰলৈকে

আজিকালি গিৰিয়েকে যাবলৈ নিদিয়ে। চমাৰীৰ বৰ অশান্তি লাগে। বাবুবোৰৰ ঘৰলৈ গ'লেও চকীতে বহিব নোৱাৰে। আগতে সেইবোৰ বাবুৰ ঘৰতে তাই বাচন-বৰ্তন ধুইছিল—ঘৰ চাফা কৰি দিছিল। এতিয়া তাত কেনেকৈ চকীত বহিব বাবুৱানীবোৰৰ লগত সমানে সমানে। বাবুৱানীবোৰে তাইক ভাল চকুৰে নাচায়েই। নোৱাৰাতহে মাতে। কেতিয়াবা লুকাই চুৰকৈ মজদুৰ লাইনলৈ গ'লেও লাইনৰ মানুহবোৰে চমাৰীক আগৰ দৰে আলহ-দুলহ কৰি মাতবোল নকৰে। কিন্তু একেবাবুৰে অন্য বাবুৱানী কেতিয়াবা কিবা কাৰণত লাইনলৈ ভুমুকি মাৰিলেই মানুহবোৰে গোসানী দেখদি দেখে। পূজাৰ কাৰণে গোসানীৰ প্ৰতিমা আনিলে সৰু সৰু ল'ৰা–ছোৱালীবোৰে প্ৰথমে যেনেকৈ বেঢ়িকুৰি ধৰে। কোনোবা বাবুৱানী কিবা কাৰণত মজদুৰ লাইনলৈ গ'লেও একে অৱস্থাই হয়। অথচ চমাৰী গ'লে তাৰ বিপৰীতটোহে হয় বৰঞ্চ ঠাট্টা মস্কৰাহে শুনিবলগীয়া হয়। সেই কাৰণে চমাৰীয়ে মনে মনে ভাবে জানকীৰামে বাবুৰ কাম নোলোৱা হ'লেই ভাল আছিল। বাবুৰ কাম লোৱাৰ পাছত মানুহবোৰেও আজিকালি জানকীৰামক ভাল নাপায়।

মনটো পাতলাবৰ কাৰণে আবেলি চমাৰী অলপ বাগানৰ পিছফালে থকা নদীৰ ফালে অকলে গ'ল। বাগানখনৰ মাজেদি এটা চৰকাৰী ৰাস্তা পাৰ হৈ গৈছে। জোনাক ৰাতি পকা ৰাস্টাটো মচোৱাগোম সাপ পৰাদি পৰি থাকে। বাগানৰ মাজতে পকা ৰাস্টাটো পাক মাৰি পুবফালে গৈছে। পশ্চিমফালে আৰু এটা ৰাস্টা সেই পকা ৰাস্টাটোৰ পৰা ওলাই বিভাৰ্জৰ মাজৰ ফালে গৈছে। এইটো ৰাস্টাত ইটা-শিল আদি দিয়া আছে। সেই ৰাস্টাটোৰে অলপ গ'লেই সৰু বাঘজান নদীখন পায়। বাঘজান নদীখনে বাগানৰ কাষে কাষে গৈ উত্তৰফালে পথাৰৰ মাজেদি গুচি গৈছে। সেই বাঘজান নামৰ সৰু নদীখনৰ পাৰে পাৰে চমাৰী অকলে অকলে গৈ আছে। তাইৰ ভৰিত এযোৰ হাৱাইন চেণ্ডেল আৰু গাত এখন কপাহী ফুলাম শাৰী। কিছুদূৰ যোৱাৰ পাছত তাই দেখিলে পথাৰ এখনত মানুহ কিছুমানে ধান দাই আছে। সেয়া বাগানৰ মাটি আৰু বাগানৰ বনুৱাই কুম্পানীক খাজনা দি তাতে খেতি কৰে। চমাৰী গৈ গৈ ওচৰ পালেগৈ। তাই দেখিলে ধনীয়া, বিচুৱাৰ ঘৈনীয়েক, টুটু আৰু তিনিটা ল'ৰা-ছোৱালীয়ে ধান দাইছে। পথাৰৰ মাজৰ অলপ ওখ হাফলু এটাৰ ওচৰত কোনোবা এটাই ভাওৰী বান্ধিছে।

সেইটো দেখোন কমবেড বাবু। কমবেড [illegible] জৰ আহি বিচুৰাব মাটিত ধান দাই দিছেহি—ডাঙৰী [illegible] পাইছিহি তাইৰ মনটো বৰ ভাল লাগি গ'ল। তাই কালৈকো নোচোৱাকৈ চিধা-চিধি গৈ কমৰেড বাবুৰ ওচৰত ৰ'লগৈ। ডাঙৰীটো আতি আতি বান্ধি মুৰটো দাঙিয়েই কাষতে চমাৰীক দেখি কমৰেডে ক'লে, "আৰে দিদি দেখোন। ক'ৰপৰা আহিলা? ভালে আছানে? এইকালে তোমালোকৰ ধান আছেনেকি?" কমৰেডে একেলগে বহুত প্ৰশ্ন কৰিলে। চমাৰীয়ে কিছুপৰ পথাৰখনত থকা আটাইবোৰ মানুহ চাই লৈ পিছত কমৰেডৰ মূৰৰ পৰা ভৰিলৈকে চকু ফুৰালে। এটা বুকুখোলা চোলা,—চোলাটোৰ বহুত টাপলি মৰা। পায়জামা পিন্ধিছে পিছে ভৰিত চেন্দেল নাই—ক'ৰবাত হয়তো খুলিও থ'ব পাৰে। ধান দাই থকা সকলোৱেই চমাৰীক এবাৰ এবাৰ মুখ দাঙি চাই হাঁহি একোটা মাৰি আকৌ ধান দোৱাব কামত লাগিল। চমাৰীয়ে এইবাৰ টুচুলৈ চালে। ছোৱালীজনী যেনে গহীন তেনে শুৱনী। চমাৰীক ওচৰতে বৈ থকা দেখি কমৰেডে বন্ধা ডাঙৰীটোৰ কাষতে হাফলুটোতে বহিল। কমৰেডেই আকৌ ডাঙৰ ডাঙৰকৈ ক'লে,—"কি দিদি তোমাৰ ভালনে? এনেয়ে ফুৰিবলৈ আহিছানে নাই—তোমালোকৰ এইপিনে খেতি আছে? কমৰেডে কামজাৰীত গৈছে নহয়।

চমাৰীয়ে একো উত্তৰ দিয়া নাই। তাই বান্ধি থোৱা ডাঙৰীবোৰৰ ওপৰত ক্ৰমান্বয়ে চকু পেলাই গৈছে যেন তাইহে মাটিৰ মালিক—আধি খাবলৈ দিছে আৰু ধান দোৱাব পাছত ডাঙৰী ভাগ কৰাৰ সময়ত নিজৰ ভাগ চমজি ল'বলৈ আহিছে।

কমৰেডে ক'লে, "কি দিদি কথা নোকোৱা কিয়?

—তুই কেনে খাৰাপ পালি কমৰেড বাবু—আজকাল যে নাই যাইলা। চমাৰীয়ে ক'লে। কমৰেডে হাঁহিলে। হাঁহি হাঁহি ৰগৰ কৰাৰ মনেৰে কমৰেডে ক'লে, আজিকালি তুমি বাবুৱাণী হ'লা আকৌ।

—কমৰেড বাবু, মুই আগেকেৰ ৰকম চমাৰী হৈয়েই আছি। মুই কখনো বাবুৱানী হতে নাই পাৰচি। তুই যদি ম'কে বাবুৱানী বলবি হামি বহুত খাৰাপ পাব। "চমাৰীৰ কথা শুনি কমৰেডে তাইৰ কালে কিছুসময় একান্তমনে চালে। তাৰ পাচত সহজভাৱে আকৌ

আগৰ সুৰতেই সুধিলে." মই আকৌ ভাবিছিলো আমাৰ কমৰেড জানকীৰাম বাবু হ'ল আৰু চমাৰী আদি বাবুৱানী হ'ল।

—তুই আজকাল যে নাই যাইলা কমৰেড বাবু—কেনে খাৰাপ পালি? তাই আকৌ সেইটোকে সুধিলে। কমৰেডে ক'লে, "দেখা দিদি—মইতো আগতেই কৈছিলো যে মজদুৰবোৰক বাবুৰ নিচিনা—মালিকৰ নিচিনা সুখী কৰিবলৈকে মই লাইনলৈ আহো। পিছত জানকীৰাম কমৰেড নিজেই বাবু হ'ল যেতিয়া মোৰ যোৱাৰ দৰকাৰ নোহোৱা হ'ল।

—ত'ৰ আগেকেৰ কমৰেডটো আজকাল চাহাব হতে খুজছে। টান মাতেৰে তাই ক'লে।

—সেইকাৰণেহে মই নাযাওঁ দিদি। তুমিতো আগৰ পৰাই দেখিছা মই কোনো বাবু বা কোনো চাহাবৰ ঘৰলৈ নাযাওঁ। মই সদায় মজদুৰৰ লগতহে থাকোঁ। পাহৰিলা নেকি?

—ত'ৰ বাতটো হামি কখনো নাই ভুলাব। ত'কো নিজৰ ভায়া নিচিনা লাগেলা। তুই লাইনমে থাকিলা হামদেৰ ঘৰ নাই আসিলা কাঁহে?

—সেই কাৰণেই নাযাওঁ। মজদুৰৰ ঘৰত থাকোঁ। কেইদিনমান এই বিচুৱা কমৰেডৰ ঘৰত আছো। তেওঁলোকে আকৌ ডাওৰী বান্ধিব নাজানে—মই আহি শিকাই দিছো। জানকীবাবুৰ ভাননে—এদিন তিনি আনিত পাইছিলো।

জানকীবাবুকে ত'ৰ বাত বললেসে আজকাল ৰাগাই উঠেলা। ভৱা মাতেৰে ক'লে চমাৰীয়ে।

—হয় নেকি? ৰাগ উঠিবই তেওঁৰ কাম হৈ গৈছে নহয় বুইচা দিদি। মোৰ খং নাই আকৌ।

—ত'ৰ যদি কাম কৰেক থাকলেসে হামকে বল্‌বি হামি কৰি দিব।

—নাই মোৰ নিজৰ কাম একো নাই দিদি। মই সকলোৰে কাম কৰিবলৈহে ঘূৰিছো।

—ত'ৰ চুৰাটৰ নাইযেনিকি—শুদা গাতমে যে ঘুৰি বুলেছি। মুই ত'কে একটা চুৰাটৰ বনাই দিব।

—জানকীবাবু ৰাগ নকৰিব জানো ?

—বাবুকেৰ পৰচামে নাই দিব—হামাৰ নিজৰ পইচাবোৰ কিনে দিব। মুই আগেকেৰ কাম কৰা পইচা লুকাই ৰাখেচি। তাই কথাকেটা কৈ ট টকৈ কমবেডলৈ চালে। কমবেডেও এইবাৰ কিছুক্ষণ চমাৰীৰ ফালে চাই থাকিল। তাৰ পাছত হঠাৎ কমবেড উঠিল বহাৰ পৰা। "দিদি তুমি ঘোৰা—সন্ধ্যা লাগিবই মই আটাই কেউটা ভাওৰী বান্ধি দিওঁ।" কমবেড আঁতৰি গ'ল। চমাৰীয়ে কাকো মাত নলগালে। কমবেডকো আৰু নামাতিলে। তাই লাহে লাহে অহা বাটোৰে আকৌ একে খোজেৰেই উভতি ঘাৰলৈ ধৰিলে। তাই ঘোৰা দেখি টুচুইতেও কামৰ মাজতে এবাৰ তাইৰ ফালে চালে। তাই কিন্তু কালৈকো চোৱা নাই। পথাৰৰ মাজেৰে গৈ গৈ তাই ইটাৰ টুকুৰা দিয়া আলিটোত উঠিলগৈ। আলিত উঠি তাই পোনে পোনে গৈ থাকিল। কমবেডে ধানৰ মুঠিবোৰ গোটাই ভাওৰী বন্ধাত ব্যস্ত হ'ল। বাকীবোৰে আকৌ নিজৰ নিজৰ কামত লাগিল।

## ॥ বাৰ ॥

ভাৰতসিঙে কাম এৰি দিলে। সি আজিকালি কমৰেডৰ লগতে অনবৰতে ঘূৰি ফুৰে। কমৰেডৰ মতেই ভৰতসিঙৰ মত। এনেকৈ গোলামী খাতি লোকৰ চৰ্বী বঢ়োৱাৰ কি লাভ। কিছুমানৰ হাড়-ছাল ওলাব আৰু কিছুমানৰ চৰ্বী বাঢ়িব গতিকে শ্ৰমিকেইহে আচল মালিক এই কথাষাৰ ভৰতসিঙে বুজি পালে। শ্ৰমিক-কৃষকৰ হাতত যেতিয়া শাসন ক্ষমতা পৰিবগৈ তেতিয়াহে এই ব্যৱস্থাৰ পৰিবৰ্তন হ'ব। ভৰত সিং আগৰে পৰাই উগ্ৰ আছিল। ধৰ বুলিলে ধৰিব লাগে—মাৰ বুলিলে মাৰিব লাগে। পিছে কমৰেডেহে বুজাই দিলে কাক কেতিয়া কিয় ধৰিব লাগে, কাক কেতিয়া কিয় মাৰিব লাগে। এটা মালিক মাৰি বা এটা বেয়া মানুহ মাৰি দেশৰ সমাজৰ শাসনৰ পৰিবৰ্তন কৰিব নোৱাৰি বা দেশৰ পৰা বেয়া মানুহ নোহোৱা কৰিব নোৱাৰি। সহস্ৰ ফুটা থকা ঘৰৰ ছাল এখনত এটা ফুটা খোচা মাৰি মাৰিলে কি লাভ হ'ব।

ভাৰত সিং ক্লাছ নাইনলৈকে পঢ়া ল'ৰা। কমৰেডে দিয়া আটাইবোৰ কিতাপ সি পঢ়িলে। কমৰেডৰ লগত আলোচনা কৰিলে। ভৰত সিঙে পঢ়ি বিছনাতে এৰি থৈ যোৱা কিতাপবোৰ টুচুৰে লিৰিকি বিদাৰি চায়। বিছনাত পেট পেলাই কেতিয়াবা কমৰেডেও কিতাপ পঢ়ি থাকে। টুচুৰে মনে মনে সোমাই পিছফালৰ পৰা চাই থাকে। মাত নিদিয়ে ওলাই যায়।

ভৰতসিঙে কাম এৰি দিয়াত মাকে অলপ আপত্তি কৰিছিল। মাকৰ মতেৰে সি বিয়া পাতিব লাগিছিল। বাগানৰে হাবা চকীদাৰৰ জীয়েক কেৰ্‌কেৰীক মাকে ধৰিও থৈছিল। কমৰেডক লগ পোৱাৰ আগলৈকে ভৰতসিঙে বিয়াৰ কথা মাজে মাজে ভাবিছিল। এতিয়া আৰু নাভাবে। বিয়া কৰালে চব বন্ধ হ'ব। কমৰেডে কয় যে বিয়া কৰালে কেনেই পন্দ হ'ব নহয়। পন্দ কৰিলেহে হ'ব। ভৰতসিঙে

সোধে,—"তেনেহ'লে আপুনি বিয়া নকৰাই কিয় ?" কমবেডে হাঁহি মাৰি কয়, "নাই কিছুমানে বিয়া নকৰোৱাই ভাল।" "তেনেহ'লে ময়ো নকৰাওঁ,"—কয় ভৰতে।

লহপহীয়া বাগিছাৰ কেইজনমান ডেকাক লগ পাবলৈ গৈছে ভৰত সিং। লগত কমৰেডৰ চিঠি এখন লৈ গৈছে। কেইটামান বস্তুৰ দৰকাৰ হৈছে—তাকে যোগাৰ কৰিব লাগিব। অলপ টকাৰ প্ৰয়োজন।

ঘৰখনত কোনোৰেই নাই। অকল টুচু আছে। কমৰেডে বিছনাত শুই শুই কিতাপ এখন মেলি তাতে কাগজ এটুকুৰা লৈ কিবা লিখি আছে। টুচুৱে টিউবেলৰ পাৰত কাপোৰ ধুই আছিল। কাপোৰবোৰ আনি তাই ভাঁৰত মেলি দিলে। খালী টিংটো লৈ ভিতৰ সোমাই তাই আন্ধাৰ দেখিলে। বহুতপৰ ৰ'দত থাকি ভিতৰ সোমোৱাৰ কাৰণে হৈছে এনে। লাহে লাহে যেতিয়া চকুলৈ পোহৰ আহিলে তেতিয়া তাই পিছফালৰ পিৰালিত টিংটো থৈ আকৌ ভিতৰ সোমাল। লাইনত কোনো মানুহ নাই,—চব কামজাৰীলৈ গ'ল। ল'ৰা-ছোৱালী এজাকে পিঠিত একোটা কেঁচুৱা বান্ধি মাৰ্বল গুটি খেলিছে। কিছুমানে হিন্দী চিনেমাৰ গান গাইছে। কিছুমানে গৰুৰ সিঙৰ বচন গাইছে। কেইটামান ল'ৰা-ছোৱালী মাটিত চুচৰি চুচৰি লোকে খাই পেলোৱা বগৰি গুটি বুটলি মুখত ভৰাইছে। পিঠিত বান্ধ খাই থকা কেবাটাও আলমোকোটা খাই টোপনিত লালকাল দি আছে।

বাহিৰৰ পিৰালিত এবাৰ বৈ খেলি থকা ল'ৰা-ছোৱালীবোৰলৈ এবাৰ চাই আকৌ ভিতৰ সোমাল। কাষৰ কোঠাটোলৈ সোমায়েই দেখিলে শুদা গেঞ্জী আৰু পায়জামা পিন্ধি কমৰেডে বিছনাত শুই শুই কিতাপ পঢ়িছে আৰু লিখিছে। তাই কিছুক্ষণ দবক মাৰি ৰ'ল। কমৰেডে ক'ব নোৱাৰে। উচাপ খোৱাদি খাই টুচুৱে ক'লে, "ঠাণ্ডা লগা নাইনে ? ইস্ ইস্ কাপোৰ এখন ল'ব লাগে।" টুচুৱে শুদ্ধ অসমীয়া কয়। তাই গৈ কম্বল এখন আনি কমৰেডৰ গাৰ ওপৰত মেলি দিলে। কমৰেডে আঙুলি এটা কিতাপৰ মাজত ৰাখি কিতাপখন জপাই তালৈকে শুই ক'লে, "ৰ'দত আছিলনেকি কাপোৰখন—গৰম হৈ আছে।" টুচুৱে কমৰেডক একো বুলিয়েই সম্বোধন নকৰে। কমৰেডো নকয়, বাবুও নকয়, ককাইদেউ-দাদা,—তুমি, তই, আপুনি একো বুলিয়েই নকয়। কমৰেডে কথাটো মন কৰি প্ৰথমে দুদিনমান

ককাইদেউ বুলি ক'বলৈ কৈছিল যদিও পিছলৈ একোকে নোকোৱা হ'ল। পঢ়ি পঢ়ি কমৰেডৰ অলপ আমনি লাগিছিল। অলপ কথা পাতিবলৈ মন গ'ল। থিয় হৈ থকা টুচুক ক'লে, "টুচু বহা। মই তোমাক সাধু এটা ক'ম।" টুচুৱে বাহিৰৰ পৰা ওখ লেংলেঙীয়া মূঢ়া এটা আনি কমৰেডৰ বিছনাখনৰ পৰা দুহাতমান আঁতৰতে পাৰি বহি ল'লে।

—তোমাৰ নাম যে টুচু—এই টুচুক লৈ এটা কাহিনী আছে জানানে।

—টুচুগীত শুনিছো—পূজাও দেখিছো কিন্তু কাহিনীটো নাজানো। টুচুৱে ক'লে।

—পূজা দেখিছানেকি? কেনেকৈ কৰে বাৰু টুচু পূজা?

—পূজা আৰম্ভ হোৱাৰ এমাহৰ আগতেই যি ঘৰ মানুহে পূজা পাতিব—সিহঁতে ঘৰৰ চুকত গোবৰ মাটিৰে মচি নতুন খৰাহী এটাত ফুল, ধূপ, চাকি দি আখৈ মুৰি আদি দি বন্দনা গীত গায়।

—ঠিক আছে তুমি জানা দেখোন। টুচুৰ গল্পটোহে নাজানানেকি?

—নাজানো।

—গল্প বহুত আছে। মই তাৰে এটা জানো। তাহানি মুছলমান ৰজা আলাদিনে কণ্ঠদেব নামৰ হিন্দুৰজা এজনৰ পৰা ৰাজ্য কাঢ়ি ল'লে। তেতিয় কণ্ঠদেৱ ৰজাই নিজৰ ল'ৰা সীতাৰাম আৰু ৰঘুৰামক লৈ বীৰবল ৰজাৰ তাত আশ্ৰয় ললেগৈ। সীতাৰামৰ লগত বীৰবলৰ জীয়েক ৰুক্মিণীদেৱীৰ প্ৰণয় হ'ল। ইয়াৰ পাছত মুছলমান ৰজাই ৰুক্মিণীদেৱীক বিয়া কৰাব খুজিলে। তেতিয়া দুৰ্বল ৰজা বীৰবল মহা বিপদত পৰিল। হিন্দুকন্যাক বিয়া দিয়াৰ আগতে তীৰ্থ ভ্ৰমণ কৰোৱা নিয়ম বুলি বীৰবলে গোটেই পৰিয়ালটো লগত লৈ হিন্দুৰজাৰ ওচৰে ওচৰে আশ্ৰয় বিচাৰি ফুৰিবলৈ ধৰিলে। কিন্তু কোনো ৰজাই তেওঁলোকক আশ্ৰয় দিবলৈ সাহস নকৰিলে। মনৰ দুখত ঘূৰি ঘূৰি তেওঁলোক ছোটনাগপুৰৰ সাওঁতাল ৰাজ্য পালেগৈ। সাওঁতালসকলে বীৰবলৰ আশ্ৰয় ভিক্ষা কৰা সমগ্ৰ পৰিয়ালক আশ্ৰয় দিলে। তাকে গম পাই মুছলমান ৰজাই সাওঁতালবোৰক বেইমান বুলি গালি পাৰি পোতক তুলিবৰ কাৰণে সাওঁতাল ৰাজ্য আক্ৰমণ কৰিলে। সাওঁতালসকলে এই যুদ্ধত গাহৰি মেজি দি যুদ্ধত প্ৰবৃত্ত হ'ল আৰু তেওঁলোকে জয়লাভো কৰিলে। বীৰবলে দেখিলে যে ইয়াত থকাটো তেওঁলোকৰ

নিজৰ বাবে আৰু সাওঁতালসকলৰ বাবেও নিৰাপদ নহয়। এইবাৰ তেওঁলোক গৈ সিংভূমৰ ভৰতসিং ৰজাৰ ৰাজ্য পালেগৈ আৰু ভৰতসিং ৰজাৰ লগতে থাকিবলৈ ল'লে। ভৰতসিং ৰজাৰ জীয়েক সুৰমণিৰ লগত ৰুক্মিণীদেৱীৰ বন্ধুত্ব হ'ল। ভৰতসিং ৰজাই সকলো কথা গম পাই তেওঁলোকৰ মৰমত মজি গৈ সীতাৰামৰ লগত ৰুক্মিণীৰ বিয়া পাতি দিলে। মানুহৰ মুখে মুখে চলি অহা কাহিনীমতে এই ৰুক্মিণীদেৱীয়েই পলাই ফুৰোতে টুচুদেৱী নাম লৈ ফুৰিছিল। কিন্তু বিয়াৰ পাছৰ পৰাই সীতাৰামৰ কিবা এটা ৰোগ হয়। ভৰতসিং ৰজাই অশেষ কষ্ট কৰি এই ৰোগৰ চিকিৎসাৰ ব্যৱস্থা কৰিলে। ৰুক্মিণীদেৱীয়েও দিনে ৰাতিয়ে অনাহাৰ অনিদ্ৰাই গিৰিয়েকৰ শুশ্ৰূষা কৰিবলৈ ধৰিলে। তথাচ গিৰিয়েকক বচাব নোৱাৰিলে। মাকৰ সংক্ৰান্তিৰ তেওঁৰ স্বামী সীতাৰাম মৰিল। চাহ মজদুৰৰ এজন লিখক দেউৰাম তাহাৰ এটা প্ৰবন্ধত মই বাৰু তোমাক কিতাপখন আনি দিম পঢ়ি চাবা—তাত এই বুলি লিখা আছে যে সেই কালৰ প্ৰথা অনুযায়ী চৌদলত উঠি গৈ স্বামীৰ লগত টুচুদেৱীয়ে ছোট্টনাগপুৰৰ সুবৰ্ণৰেখা নদীৰ পাৰত 'সতীঘণ্টা' নামৰ ঠাইত চিতাত জাপ দি সহগামিনী হয়। সাংসাৰিক জীৱনৰ এটি মুহূৰ্তও উপভোগ কৰিবলৈ নোপোৱা এটা পবিত্ৰ ফুলৰ দৰেই পবিত্ৰ টুচুৰ গুণানুকীৰ্ত্তন কৰি যুগে যুগে স্মৃতি ৰোমন্থন কৰিবলৈকে ৰাজভক্ত প্ৰজাবোৰে বোলে তেতিয়াৰে পৰাই এই সতী উৎসৱ পালন কৰি আহিছে। কালক্ৰমত এই টুচুদেৱীৰ লগত দুৰ্গা-কালী, লক্ষ্মী সৰস্বতী, সীতা-সাবিত্ৰীৰ নাম যোগ দি টুচুদেৱীৰ সেই স্থানলৈ নিয়া হ'ল। গল্পটো চমুৰাই কৈ কমৰেডে টুচুলৈ চালে। টুচুৱে একান্তমনে শিশুৱে সাধু শুনা দি শুনি আছে। কামৰেডে অকণমান মনকৰি দেখিলে টুচুৰ চকু চকুৰ পানীৰে পূৰ। জলক-তবক। কমৰেডে নেদেখাৰ ভাও ধৰিলে। তেওঁ আপোন মনে সুৰ লগাই গীত এটা গাবলৈ ধৰিলে—

ফুল গাছে কুইলিনী ডাকে ডালিম গাছে কোবকেটা
আমাৰ টুচু ফাঁদ আড়েছে লাগেছে ৰাজাৰ বেটা
মাগো আমি ফুল পাতাব ফুলকে আমি কি দিব
ৰজাৰ ষাব পইচা পাব ফুলক কুজান তেল দিব।
পুৰল্যাতে দেখে অইলাম দনায় দনায় দুধবালা
আমাৰ টুচুৰ নাইৰে ছাইলা কাৰে দিব দুধবালা।

হঠাত টুচুৱে চকুদুটা গাৰ নীলা চাদৰখনৰ আগটোৰে মোহাৰি সুধিলে, "আপুনি এইবোৰ কথা ক'ত শিকিলে? এই গীতবোৰো আপুনি ক'ত গাবলৈ শিকিলে? আমি টুচু পূজা পাতোহে একো নাজানো।" কমৰেডে অনবৰতে মাৰি থকা হাঁহিটোকে মাৰিলে অলপ ডাঙৰকৈ শব্দ কৰি। ক'লে, "আমি যি কাম কৰিবলৈ যলৈকে যাওঁ সেইখন সমাজৰ বিষয়ে অৰ্থাৎ সেই ৰাইজৰ বিষয়ে সকলো জানি শুনি যাব লাগে। ৰাইজৰ ভাষা সংস্কৃতি, ৰীতি-নীতি এইবোৰ জানি বুজি গলেহে ৰাইজে আমাক নিজৰ এজন বুলি আশ্ৰয় দিব বা বিশ্বাস কৰিব আৰু আমাৰ কথা কাণ পাতি শুনিব। দলৰ পৰা মোক যেতিয়া বাগানৰ মজদুৰসকলৰ মাজত কাম কৰিবলৈ নিযুক্তি দিয়ে তাৰ আগতে পুৰা ছমাহ মই মজদুৰসকলৰ বিষয়ে জানিবলৈ চেষ্টা কৰিছো। মই অলপ অচৰপ তোমালোকৰ ভাষাটোও ক'ব পাৰো। কিন্তু মই দেখিছো যে আমাৰ অসমৰ চাহ বাগানৰ মজদুৰসকলে সুন্দৰকৈ অসমীয়া ভাষা সকলোৱে ক'ব নাজানিলেও সুন্দৰকৈ বুজি পায় যেনেকৈ মই মজদুৰৰ কোৱা ভাষাটো সুন্দৰকৈ ক'ব নোৱাৰো কিন্তু সুন্দৰকৈ বুজি পাওঁ। তুমি আকৌ অসমীয়া ভাষাও সুন্দৰকৈ ক'ব পাৰা আৰু মজদুৰৰ ভাষাও সলসলীয়াকৈ ক'ব পাৰা।" টুচুৱে একো নক'লে। তাই থৰ হৈ সৰু খিৰিকীৰ ফুটাইদি বাহিৰলৈহে চাই আছে। পৰিবেশটো সলাবৰ মনেৰে কামৰেডে ক'লে, "চাওঁ টুচু অকণমান চাদা চুণ আনাচোন, মুখখন বেয়া লাগি আছে।" টুচু উঠি গ'ল। প্ৰীতমে পুনৰ কিতাপখন মেলি লৈ পঢ়াত লাগিল। অকণ-মান পৰৰ পিছত টুচুৱে চাদা চুণ মোহাৰি গুড়ি কৰি ধূলিবোৰ থপৰিয়াই থপৰিয়াই উৰাই চাদাখিনি প্ৰীতমৰ হাতৰ তলুৱাত ৰাকী দিলেহি। প্ৰীতমে বুঢ়া আঙুলি আৰু তৰ্জনী আঙুলিৰে টিপা মাৰি অলপ মুখত ভৰাই ৰাকীখিনি পেলাই দিলে। প্ৰীতম পুনৰ পঢ়াত বহিল। মাজে মাজে তেওঁ ডটপেনটোৰে কিবা নোট কৰে কাগজৰ টুকুৰা এটাত।

টুচু ওলাই গৈ বাহিৰৰ বাৰাণ্ডা পালেগৈ। বাহিৰত নিৰ্জনতা তাইৰ মনটো কিবা অস্থিৰ হোৱাদি হৈছে। আগতে এনেকুৱা তাইৰ কাহানিও হোৱা নাই। এবাৰ আহি তাই আকৌ প্ৰীতমৰ কোঠাত সোমাব খুজিলে। দুৱাৰৰ ফালে পিঠি দি দক্ষিণ ফালে সৰু খিৰিকীখনেৰে সোমোৱা পোহৰখিনিৰ সহায়ত প্ৰীতমে কিতাপ পঢ়িছে। পিছফালে দুৱাৰ মুখত টুচুৱে তাৰ ফালে যে চাই ৰৈ আছে সেয়া দেখা নাই।

টুটু কিছুপৰ মনে মনে থাকি আকৌ ওলাই আহিল। আহি তাই নিজৰ বিছনাত বাগৰি পৰিল। গোটেই মূৰলৈকে কম্বল এখন টানি তাই শুই পৰিল। তাই শুই থাকিব নোৱাৰিলে। আকৌ উঠি পিছফাললৈ গ'ল। তাই হঠাত ওলাই গ'লত দুৱাৰ মুখৰ পিৰালিত জুম বান্ধি থকা মুগী-বোৰে কক্ ককাই চিঞৰি চোতালত নামি যেনি তেনি যাবলৈ ধৰিলে। তাই গৈ পিছফালৰ বগৰীজোপাৰ তলত কিছুপৰ ৰ'লগৈ। আকৌ সোমাই আহিল। আচলতে তাইৰ কি হৈছে তাই নিজে জানে। তাই কমৰেডৰ লগ'ত কিছুমান কথা পাতিব খোজে। তাই কিছুমান কথা ক'ব খুজিছে। কিন্তু ক'ব পৰা নাই। ক'ব পাৰিব পিছে কমৰেডে যে শুনিব তাই আশা কৰা নাই। কমৰেডে তাইৰ কথাবোৰ শুনা হ'লে বৰ ভাল হ'লহেঁতেন। নহলে তাই আৰু তাইৰ মনৰ এই কথাবোৰ আৰু কাকো ক'ব নোৱাৰিব। কাকো কোৱা নাই। মাজৰ কোঠা-টোৰ পৰা ওলাই তাই আকৌ বাহিৰৰ চোতাল পাৰ হৈ বাটত উঠিলগৈ। যিমান দূৰলৈ চকু যায় সিমান দূৰলৈ চাই দেখিলে সক সক ল'ৰা-ছোৱালীবোৰৰ বাহিৰে লাইনত কোনো নাই। পকা আলিৰ সিপাৰে থকা বাগানত মানুহবোৰে পাত তুলিছে—কিছুমানে কোৰ মাৰিছে। কোনোবা এটাই চাইকেল চলাই আহিছে। কোন? চিনিব পৰা হ'ল তাইৰ ককায়েক ভৰতসিং। ভৰতসিঙক দেখি তাই জ'য় পৰি যোৱাদি ৰ'ল। তাই থৰ হৈ থাকিল। ভৰতসিং চাইকেলৰ পৰা নামিয়েই সুধিলে, "কমৰেড আছেনে নাই?" তাই আছে বুলি ক'লে। ভৰতসিং ভিতৰলৈ সোমাই গ'ল। তাই সোমাই নগ'ল। তাই থকাতে বৈয়েই থাকিল। একো কোৱা নাই, একো চোৱা নাই একোকে কৰাও নাই। ভৰতসিঙে কমৰেডৰ লগত কথা-বতৰা পতা তাই বাহিৰৰ পৰা শুনিলে। কি কথা পাতিছে তাকেহে শুনা নাই।

তাই বৈ থাকোতেই কিছুপৰৰ পাছত তাইৰ কাষেদিয়েই কমৰেড আৰু ভৰতসিং ওলাই গ'ল। দুয়োটাৰে কান্ধতে দুটা বেগ। চাইকেল নিয়া নাই। কমৰেডে ক'লে, 'টুটু' তুমি ঘৰতে থাকা আমি আহিছো। 'দুয়োটা বেগদি গুচি গ'ল। সিহঁত দুটা নেদেখা হোৱাৰ পাছত তাইৰ কিবা এটা বৰ বেয়া লাগিল। তাই একো ক'ব নোৱাৰিলে—অন্ততঃ যদি এইটোকে ক'ব পাৰিলেহেঁতেন,—"কমৰেড ময়ো আপোনালোকৰ লগতে যাম।" নোৱাৰিলে। মনটো মৰি গ'ল।

## ॥ তেৰ ॥

অফিচ ঘেৰাও কৰিলে। অফিচতে তিনিওটা মেনেজাৰ আছিল। মেনেজাৰ আৰু দুয়োটা এচিচটেণ্ট মেনেজাৰ অফিচতে আছিল। বৰ কৌশল কৰি টেলিফোনৰ সংযোগ কাটি থোৱা আছে। মেনেজাৰে ইটো টেলিফোন দাঙে সিটো টেলিফোন দাঙে কাম নহয়। জানকীবাবুৱে আজিকালি এখন স্কুটাৰো ল'লে। মাজতে জানকীবাবুৱে ভাবিলে স্কুটাৰখনতে গৈ থানাত নিজেই খবৰটো দি আহিবগৈনেকি! পিছে অফিচৰ পৰা ওলাই যোৱা সম্ভৱ নহয়। মানুহবোৰৰ আগত জানকী-বাবুৱে কিবা কথা ক'বলৈ চেষ্টা কৰিলে—মানুহবোৰে চিঞৰি উঠিল যে তেওঁৰ কথা একোকে নুশুনে—তেওঁ এতিয়া জানকীচৰ্দাৰ নহয় জানকীবাবু। গতিকে তেওঁৰ কথা একো নুশুনে। মাইকীয়ে মতাই, ল'ৰাই-ছোৱালীয়ে প্ৰায় দুহেজাৰমান মানুহে অফিচঘৰ ঘেৰাও কৰি ৰাখিছে। ফেক্টৰী মেনেজাৰটো ছুটিত গৈছে, বাকী আটাইকেউটা মেনেজাৰ অফিচৰ ভিতৰত। গোটেই বাবুবোৰ অফিচৰ ভিতৰত। চাৰি বাজিল, পাঁচ বাজিল, ছয় বাজিল তথাচ মানুহ নাঁতৰে, মানুহ বেছিহে হৈছে। দুহেজাৰৰ ঠাইত তিনিহাজাৰ হৈছে। অফিচ চকীদাৰ বিচুৱাই বৰ গোপনে বৰ কৌশলেৰে টেলিফোনৰ লাইন কাটি থৈছে। অফিচৰ ভিতৰত প্ৰায় আটাইবোৰ গৰজি আছে কেৱল মহন্ত বাবুৱেহে মজদুৰৰ ওপৰত কোনো বেয়া মন্তব্য দিয়া নাই। বহুতে 'কুলী'ক 'বাবু পতাৰে এয়া ফল বুলি কোৱা-কুই কৰিছে। আটাইতকৈ বেছি খঙাল হৈ পৰিছে মাইকীমহৰী জানকীবাবু। জানকীবাবুৰ মতেৰে ভালকৈ পুলিচৰ হতুৱাই এই মানুহবোৰক এখুন্দা দিয়াব লাগে। জানকীবাবুৱে মেনেজাৰৰ আগত দপ্ দপাই ক'লে—, "চাহাব ইহঁতৰ লিডাৰটোক চাকৰিৰ পৰা খেদাব লাগে।" বিচুৱাই জানকীবাবুৰ তৰ্জন গৰ্জন শুনি আছিল কাৰণ অফিচ চকীদাৰ হিচাপে বিচুৱা অফিচৰ ভিতৰতে বহি আছিল। আৰু আছিল অফিচৰ ভিতৰতে বুঢ়া ডাকৱালাটো।

আজি কেবাবছৰো ধৰি বাগানৰ মজদুৰখিনিয়ে একেটা দাবীকে কৰি আহি আহি কোনো সুফল নাপাইছে আজিন এই ব্যৱস্থা গ্ৰহণ কৰিবলগীয়া হ'ল। বনুৱাবোৰৰ প্ৰধান দাবী কেটা হ'ল অস্থায়ী বা বাগানৰ ভাষাৰ ফাল্টু হিচাপে কাম কৰা বনুৱাবোৰকো ৰেচনৰ চাউল, আটা, চাহ, খৰি দিব লাগে। মেটাৰনিটি লিভ ভেৰমাহৰ ঠাইত বেতনসহ তিনিমাহ কৰিব লাগে। বনুৱাৰ পৰিয়ালে প্ৰতি খৰিৰ যোগান দিব লাগে—খৰিৰ যোগান ধৰিব নোৱাৰিলে তাৰ ঠাইত টকা দিব লাগে। প্ৰতিজন বনুৱাৰে 'ফাণ্ডৰ'– প্ৰভিডেণ্ট ফাণ্ডৰ হিচাপ দিব লাগে। একেৰাহে তিনিবছৰ ফাল্টু হিচাপে কামকৰা বনুৱাক পাৰ্মেনেন্ট কৰি সকলো সুবিধা দিব লাগে। বাগানৰ হস্পিটেলত ঔষধৰ ব্যৱস্থা কৰিব লাগে। পানীলগা হ'লেও ৰঙাপানী এবটল, গ্ৰহণী হ'লেও ৰঙাপানী এবটল বা কলেৰা হ'লেও ৰঙাপানী এবটলকে দিয়া ব্যৱস্থাৰ পৰিবৰ্তন কৰিব লাগে। ভাল ভাল দৰবৰ ব্যৱস্থা কৰিব লাগে। সাপে খালে দিয়া বেজী আৰু বলিয়া কুকুৰে খোৱা বেজীৰ বাগানৰ ফালৰে পৰাই ব্যৱস্থা কৰিব লাগে। লাইনত প্ৰায়েই সাপে মানুহ খোটে আৰু বলিয়া কুকুৰে মানুহ কামোৰে। এনেকৈ মানুহ মৰিছেই আছে। বকুলবাৰী বাগানৰ মজদুৰসকলৰ এই কেইটাই হ'ল প্ৰধান দাবী। আজি বহুত বছৰ ধৰি এই দাবীবোৰ বনুৱাসকলে মেনেজমেণ্টক জনাই আহিছে তথাচ মেনেজমেণ্টে একোকে কৰা নাই। আগতে এবাৰ দুবাৰ এইবোৰকে লৈ কামবন্ধও হৈছে। আগতেতো জানকী চৰ্দাৰেই এই-বোৰ কামৰ বাবে আগভাগ লৈছিল। আজিকালি মজদুৰৰ মাজত বহুত ইউনিয়ন—বহুত সংঘ আছে। ভাগে ভাগে সেই ইউনিয়নবোৰৰ সেই সংঘবোৰৰ ডাঙৰ ডাঙৰ নেতাবোৰ আহে আহি ভাগে ভাগে নিজৰ ফলীয়া মজদুৰবোৰৰ লগত আলোচনা কৰে—কৰি মেনেজাৰৰ লগত আলোচনা কৰি অতি সোনকালে মেনেজাৰে সকলো দাবী মানি লৈ কাম কৰিব বুলি কৈ 'থৈ' গুচি যায়। মাজতে বনুৱাবোৰৰ মাজত এনেকুৱা ঘটনা এটাও হৈছিল-কোনোবা ইউনিয়ন এটাৰ সমৰ্থকবোৰে ধৰ্মঘট কৰিব খোজে কোনোবা এটা সংঘৰ সভ্য বা সমৰ্থকবোৰে তাত সমৰ্থন নিদিয়ে। এনেকৈ বনুৱাৰ মাজতো ভাগ ভাগ হৈছিল। ফলত নিজৰ ন্যায্য প্ৰাপ্যৰ বাবে একগোট হৈ দাবী কৰিবলৈ সকলো বনুৱাই থিৰ হ'ব পৰা নাছিল আৰু বছৰে বছৰে সেই পুৰণা দাবীবোৰ দাবী হৈয়েই আছে—পূৰণ হোৱা নাই, পুৰণাহে হৈ গৈছে। কমবেছে

কিবা এটা নতুন ইউনিয়ন কৰিব বুলি বহুত বনুৱাই মনে মনে ভাবিছিল পিছে কমৰেডে একো ইউনিয়ন নকৰে কিবা নতুন নতুন কথাহে কৈ থাকে।

যোৱা এসপ্তাহমানৰ ভিতৰত কেবাটাও ঘটনা ঘটিল। সেই ঘটনা কেটাইহে বাগানৰ বনুৱাবোৰৰ মূৰত জুই জ্বলালে। সিদিনা বাগানৰে পুৰণা স্থায়ী বনুৱা এতোৱা আৰু লখনে চাহগছৰ মাজত সোমাই শুকান ডাল ভাঙি খৰি লুৰিছিল। চিৰিশ গছৰ শুকান ডালবোৰ হাকুটি লগাই লগাই ভাঙি খৰি গোটাই ফুৰিছিল। তাকে কোনোবাই মেনেজাৰক লগালে। মেনেজাৰে সিহঁত দুটাক কামৰ পৰা চাচ্‌পেণ্ড কৰিলে। তাকে পিছদিনা কৰলৈ যাওঁতে মেনেজাৰে টেলিফোন কৰি পুলিচ মতাই বাগানৰ সম্পত্তি চুৰ কৰিছে বুলি পুলিচক চমজাই দিলে। তাৰ পাছদিনা বাবুজ নামৰ অস্থায়ী ভিত্তিত ছবছৰ কাম কৰি থকা বনুৱাটোৱে বাগানৰ পৰা কাম এৰা স্থায়ী বনুৱা বাপেকৰ নামত কৈ ৰেচনৰ চাউল, আটা লওঁতে ধৰা পৰিল। তাক ধৰাই অনা হ'ল আৰু চাকৰিৰ পৰা খেদোৱা হ'ল। এনেকৈ ইটোৰ পাছত সিটো ঘটনা হ'বলৈ ধৰিলে। চাৰি নং লাইনৰ স্থায়ী বনুৱা বীৰাৰ আজি কেবা-মাহো ধৰি বেমাৰ। টি, বি, হৈছে। কিন্তু ইমানকৈ ধৰাৰ পাছতো বীৰাক ডিব্ৰুগড়লৈ পঠোৱা নাই তাৰ পৰিবৰ্তে কেতিয়াবা হচপিটেলত থাকিলে সপ্তাহত এটা বেজী দিয়ে নাথাকিলে নাই। ৰঙা বগা দৰৱ এসোপা খাবলৈ দিয়ে। আজি এমাহমান মানুহটো বিছনাৰ পৰা উঠিব পৰা নাই। ডাক্তৰ কম্পাউণ্ডাৰ কোনেও গৈ বীৰাক ঘৰত বেজী দিয়াগৈ নাই। বীৰাৰ ঘৈণীয়েক মেনকাৰ এটা ল'ৰা হৈছে। ল'ৰাটো জন্ম দিওঁতে মানুহজনীৰ বৰ কষ্ট হ'ল। পৰহি দিনা ডেড়মাহ পুৰ হৈ গ'ল আৰু কালি মানুহজনীয়ে পিঠিত ডেড়মহীয়া কেঁচুৱাটো বান্ধি কামজাৰীলৈ আহিল। অইন মাইকী হ'লে কামলৈ নাহিলহেঁতেন— গ'লে হাজীৰা যাব থক। কিন্তু মেনকা নহাকৈ নোৱাৰিলে। কাৰণ আজি কেবামাহো ধৰি গিৰিয়েকৰ দৰমহা নাই। আগৰে ল'ৰা-ছোৱালী তিনিটা আছে। তাৰে ডাঙৰ ছোৱালীজনীৰ দুবছৰ মান হৈছে যদিও উঠিব নোৱাৰে পয়ালগা। আগদিনা আহি মেনকাই মাইকী মহৰী জানকীবাবুক গোটেই কথাখিনি ক'লেহি। জানকীবাবুৱে দপ্‌-দপাই উঠিল। কামলৈ নাহিলে হাজীৰা নাপাব—কথা সিমানেই। পতিকে

পিছদিনা মেনকা কামলৈ আহিবলগীয়া হ'ল। কেঁচুৱাটো ঘৰত ৰখা অসুবিধা—মাজে মাজে গৈ মাকে গাখীৰ খুৱাই থাকিবও নোৱাৰে আৰু দ্বিতীয়তে আজি কালি গিৰিয়েকটো খিংখিঙীয়া হৈছে কেঁচুৱাই গাখীৰ খাবলৈ নাপালে—কান্দিলে লাগিলে ঠেঁকেচা মাৰি মাৰিয়েই পেলাব। ডাঙৰজনী ছোৱালীটো উঠিবই নোৱাৰে। বাকী দুটাৰ বয়সো চাৰেতিনি আৰু দুবছৰ হৈছে। বীৰা আজি কালি বিচনাতে পৰি থাকে আৰু অনবৰতে খং কৰি থাকে। ঘৈণীয়েকক বকে। ইপিনে ল'ৰাটো জন্ম হওঁতেও মেনকাৰ বহুত কষ্ট হৈছিল। গাৰ গোটেইবোৰ তেজ যোৱাৰ নিচিনাই হ'ল। মানুহজনী আখৰ লিখা কাগজৰ দৰে শেঁতা পৰি গ'ল। সেই কাৰণেই পিঠিত কেঁচুৱা বান্ধি মেনকা কামলৈ আহিল। কাম কৰি থাকোতেই হঠাৎ মেনকা বাগানৰ মাজতে পৰি গ'ল। ফিট্ হ'ল। লৰা-লৰিকৈ মানুহজনীৰ পিঠিৰ পৰা ডেমহীয়া কেঁচুৱাটো আঁতৰাই অনা হ'ল। মানুহজনীক অজ্ঞান অৱস্থাতে হচ-পিটেললৈ দাঙি নিয়া হ'ল। মানুহজনীয়ে জ্ঞান ঘূৰাই নাপালে আৰু পুৱা ন বজাত মানুহজনী অৰ্থাৎ মেনকা হচপিটেলতে মৰি থাকিল। এই মেনকা মৰাৰ বাতৰিটো বিয়পি পৰাৰ লগে লগেই বনুৱাবোৰ উত্তেজিত হ'ল। সাতে সোতৰই আটাইবোৰ ঘটনা গোটাই লৈ বনুৱা-সকলে সিদ্ধান্ত কৰিলে যে বৈ থকাৰ সময় নাই, হেস্ত নেস্ত কিবা এটা আজিয়েই কৰিব লাগিব।

পতিকে কামজাৰী ছুটী হোৱাৰ লগে লগেই চাহাব আৰু বাবু আটাইবোৰ অফিচৰ ভিতৰত থাকোতেই বনুৱাবোৰে অফিচঘৰ ঘেৰাও কৰিলে। তেওঁলোকৰ কথা হ'ল এই আটাই কেউটা দাবী আজিয়েই মানি লৈ সেইমতে কাইলৈৰ পৰা কাম কৰিব লাগিব নহ'লে কাকো অফিচৰ পৰা ওলাই যাবলৈ দিয়া নহ'ব। তেওঁলোকে আৰু দুটামান দাবী সন্নিবিষ্ট কৰিলে। কামৰ পৰা খেদোৱাকেইটাকো কাম দিব লাগিব, পুলিচত দিয়া দুটাকো চাহাবেই নির্দোষ বুলি কৈ মোকোলাই আনিব লাগিব আৰু বীৰাৰ পৰিয়ালত মেনকাৰ মৃত্যুৰ বাবে ক্ষতি-পূৰণ দিব লাগিব। সেই লেয়েই ঘেৰাও। জানকী বাবু দুৱাৰমান অফিচৰ পৰা ওলাবলৈ চেষ্টা কৰিছিল কিন্তু বনুৱাবোৰে হেঁচামাৰি আকৌ অফিচৰ ভিতৰলৈ ভৰাই দিলে। এইদৰে দুঘণ্টা গ'ল—তিনি ঘণ্টা গ'ল। সন্ধ্যা সাত বাজি গ'ল। চাহবাগানত সন্ধ্যা সাত

বজাটোৱেই নগৰৰ ৰাতি এঘাৰ বজাৰ নিচিনা। অথচ অফিছৰ পৰা কোনো ওলাব পৰা নাই। মহন্ত বাবুৱে বনুৱাবোৰক কিবা কথা ক'বলৈ চেষ্টা কৰিছিল কিন্তু বনুৱাবোৰে ক'লে, "বাবু তই ভিতৰত থাক। তোৰ কথা আজি আমি নুশুনো। তই যদি ঘৰলৈ যাব খুজিছ যা।" মহন্ত আকৌ ভিতৰ সোমাল। ঘৰলৈয়ো নগ'ল। মেনেজাৰ অতীষ্ঠ হ'ল। সমানে সমানে অতীষ্ঠ হ'ল জানকীবাবু। মেনেজাৰে জানকীবাবুৰে কিবা কথা পাতিলে। ৰাইজৰ সকলো দাবীকে বিবেচনা কৰা হ'ব বুলি কোৱা হ'ল। ৰাইজে নামানিলে। সদায় এনেদৰে কোৱা হয় আৰু কাম কৰা নহয়। কোনো কথাতে যেতিয়া ৰাইজ মান্তি নহ'ল এবাৰ অভিজ্ঞ প্ৰবীন মেনেজাৰ বাগ্‌ৰীৰ চিঙিচকৈ খং উঠি গ'ল। তেওঁ নিজক চম্ভালিবই নোৱাৰিলে—ডাঙৰ মাতেৰে জানকী-বাবুক ক'লে, "হাতত বেট এডাল থকা হ'লে ভালকৈ বেটালোহেঁতেন।" বাহিৰত খিৰিকীৰ কাষত 'ৰৈ' থকা কেইটামানে শুনিলে। সিহঁতে গিৰ্ গিৰ্কৈ অফিছৰ ভিতৰলৈ সোমাই গ'ল আৰু মেনেজাৰক টনা আজোৰা কৰিবলৈ ধৰিলে। বাহিৰত ঘেৰাও কৰি থকা মানুহবোৰে কিনো ঘটিল একোকে গম নাপালে। মানুহবোৰ হৰ-মূৰকৈ অফিছৰ ভিতৰলৈ গ'ল। এচিচ্‌টেণ্ট মেনেজাৰ দুটা আৰু মেনেজাৰক টনা আজোৰা কৰি কেইটামানে লফা-থপাও কৰিলে। কোনোবাই লাইট নুমাই দিলে। মানুহৰ মাজেদি দৌৰি গৈ আটাইকেউটা মেনেজাৰেই মেনেজাৰৰ গাড়ীত বহি পলাল। গাড়ী এখন যোৱাৰ পাছতহে সকলোৰে সম্বিৎ ঘূৰি আহিল যে মেনেজাৰ পলাল। লাইট লাইট বুলি চিঞৰিবলৈ ধৰিলে। খেপিয়াই খেপিয়াই চুইচ্‌বৰ্ডত কোনোবাই হাত দিলেকিটিক কাটাক কৰিলে তথাচ লাইট নজ্বলিল। মহন্তবাবুৰ চিঞৰ শুনা গ'ল 'ৰাইজ পলক পলক—পুলিচ আহিব এতিয়া।' মহন্ত বাবুৱেই মেইন চুইচ্‌টো খেপিয়াই খেপিয়াই অন কৰি দিলে—লাইটবোৰ জ্বলি উঠিল। চুইচবোৰ কিটিক কাটাক কৰোতে কেইটামান লাইট জ্বলা নাছিল—আকৌ চুইচ অন কৰি জ্বলোৱা হ'ল। পোহৰত দেখা গ'ল অফিছৰ ভিতৰত মহন্তবাবুৰ বাহিৰে কোনো বাবু, মেনেজাৰ নাই। মহন্তবাবুৰ কপালত টেমুনা এটা উঠি আহিছে কৰবাত আন্ধাৰে মুধাৰে খুন্দা খালে। মেইন চুইচ অন কৰিবলৈ যাওঁতে তাতে খুন্দা খালে। মেইন চুইচটো জানকীবামেই অফ কৰি দিছিল। মেনেজাৰক যেতিয়া

আক্ৰমণ কৰিবলৈ ভিতিত ধৰি পতিয়াই বাহিৰলৈ অনা হৈছিল তেতিয়াই জানকীবাবুৱে অতর্কিতে গৈ মেইন্‌ চুইচ অফ কৰি দিছিল। পোহৰ হোৱাৰ লগে লগেই মানুহবোৰ পলাবলৈ ধৰিলে। মুহূৰ্ততে দুহেজাৰ তিনিহেজাৰ মানুহ গোটখাই থকা অফিছ জনশূন্য হ'ল। মহন্তবাবুৱে চিঞৰি চিঞৰি বিচুৰাক মাতিলে। অফিছত তলা বন্ধ কৰিবলৈ ক'লে। ভিতৰৰ বস্তবোৰ যেনে আছিল তেনে থাকিবলৈ ক'লে। অফিছত তলা মৰাৰ পাছত বিচুৰা আৰু মহন্তবাবুও গ'ল।

অলপ সময়ৰ পাছতে দুখনমান গাড়ী আহি মেনেজাৰৰ বঙলাৰ ফালে গ'ল। তাৰ আগে আগে জানকীবাবুৰ স্কুটাৰ। মেনেজাৰৰ বঙলাত চকীদাৰো নাই মালীও নাই। চৰবোৰ ভয়তে পলাল। গাড়ী-দুখনৰ পৰা নামিল কঁকালত পিষ্টল বন্ধা পুলিচ অফিচাৰ। তেওঁৰ হাতত এখন ডায়েৰী আৰু এডাল চুটি লাঠি আছিল। প্ৰায় বাৰটামান পুলিচ কনিষ্টবল নামিল। হাতে হাতে বন্দুক আৰু লাঠি। পিছত আৰু এখন ট্ৰাক আহি অফিছৰ মুখত ৰ'লহি। ডেড়কুৰিমান হাতত বন্দুক লোৱা পুলিচ নামিল। ভালকৈ মন কৰিলত দেখা গ'ল বন্দুক নোলোৱা কেইটাহে—অৰ্থাৎ যাৰ হাতত শুদা লাঠি একোডালহে আছে—সেইকেইটাহে অসম পুলিচ—বাকী আটাইবোৰ চি আৰ পি। বৰ্তমান গোটেই দেশ চি আৰ পিৰে ভৰি আছে। পুলিচৰ আতিশয্যাৰ বাবে চাহবাগান বাদ দি গোটেই দেশত কেবাবাৰো বন্ধৰ আহ্বান দিয়া হৈছে ইতিমধ্যে। চাৰিওফালে দেশত যিমানহে চি আৰ পি, সীমান্তৰক্ষী বাহিনীৰ মানুহ, মিলিটেৰী ঘূৰি ফুৰিছে দেখিলে এনেহে ভাবিবলৈ মন যায় যেন অসমৰ জনমূৰি এটাকৈ বন্দুকধাৰী মানুহ আছে।

পুলিচ অফিচাৰ আৰু লগত দুটা মেনেজাৰৰ বঙলালৈ সোমাই গ'ল। কোনোবাই হুইচেল মাৰিলে। বাকীবোৰে হাতত বন্দুক লৈ শাৰীপাতি ৰ'ল। বন্দুকবোৰৰ আগত সঙীন থুৱাই লোৱা আছিল। বন্দুকধাৰী পুলিচৰ মানুহৰ বাহিৰে বাকী গোটেই বাগানখন যেন জনশূন্য।

পুৱা তিনিমান বজালৈকে লাইনত পুলিচৰ অত্যাচাৰ চলিল। লাইনৰ ঘৰে ঘৰে দুৱাৰ বন্ধ। বন্দুকধাৰী পুলিচে গুৰিয়াই গুৰিয়াই দুৱাৰ ভাঙি মানুহ ধৰিবলৈ ধৰিলে। কোনোবাই বাধা দিলেই বা অলপ অজল মথালি কৰিলেই হয় গোৰ মাৰি দিয়ে নহয় বন্দুকেৰে

খুন্দিয়াই মাটিত বগৰাই দিয়ে। দুইমান বজাত বিচুৱাৰ ঘৰৰ বন্ধ দুৱাৰত গোৰ পৰিল। গোৰৰ কোবত দুৱাৰ ভাগো ভাগো হৈছিল। বিচুৱাৰ বাপেকে দুৱাৰ খুলি দিলে। এটাই বুঢ়াটোক গোৰ মাৰি বগৰাই ভিতৰ সোমাল। বুঢ়ীকো এমাৰ দিলে। বিচুৱাৰ ঘৈণীয়েককো কঁকালতে দুগোৰমান দিলে। ভৰতসিং ঘৰত নাছিল। দুদিন ঘৰত নাই। কমৰেডৰ লগত কেনিবা গ'ল। পুলিচৰ মানুহে টৰ্চ্চ মাৰি মাৰি চাৰিওফালে পাত-পাতকৈ কিবা বিচাৰিলে। বিচুৱাক বান্ধি পিঠিত দুমাৰমান দি মজিয়াত পেলাই থ'লে। তাৰ পাছতো সিহঁতে কিবা বিচাৰিবলৈ ধৰিলে। বিচুৱাৰ মাক ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীকেটাই ভয়তে চিঞৰিবলৈ ধৰিলে। বিছনাৰ তলৰ পৰা এটাই ধনীয়াৰ চুলিকোচাত ধৰি চোচোৰাই আনি মজিয়াত পেলাই গচকিবলৈ ধৰিলে। কোনোবা এটাই তাৰ মুখত গোৰ মাৰি দিলে। তাৰ মুখেদি তেজ বৈ আহিল। তাৰ পাছত আৰু এটাই হাতত ধৰি বিছনাৰ তলৰ পৰা চোচোৰাই আনিলে টুচুক। তাইক চোচোৰাই আনোতে গাৰ চাদৰ পৰি আহিল। গছৰ তলত বৈ পকা আম এটালৈ দলিয়াই থাকোঁতে একোবত আমটো সৰিলে বৈ থকা ল'ৰা-ছোৱালীজাকৰ আমটোৰ ওপৰত উবুৰি হৈ পৰি যেনেদৰে কাড়া-আজোৰা লগায় ঠিক তেনেদৰে টুচুক মাজত পাই বন্দুকধাৰী ছটা মানুহে টনা-আজোৰা কৰিবলৈ ধৰিলে। কোনোবাই তাইৰ উঠন বুকুত খামোচ মাৰি ধৰিলে, কোনোবাই কঁকালত ধৰিলে, কোনোবাই বা টিকাতে খামোচ মাৰি ধৰিলে, কোনোবাই গালত কামুৰিবলৈ ধৰিলে। অত্যাচাৰত টুচু মাটিত বাগৰি পৰিল। তাইৰ গাৰ ওপৰত কেবাটাও উবুৰিখাই পৰিল। আগতে কোবখোৱা মাক আৰু নবৌয়েকে লেঙেৰাই লেঙেৰাই তাইৰ ওচৰত পাই গাৰ ওপৰত পৰি থকা কেটাৰ কাপোৰত ধৰি টানিবলৈ ধৰিলে। দুয়োজনীকে গুৰিয়াই আঁতৰাই দিলে। এটাই বিচুৱাৰ ঘৈণীয়েকৰ ওপৰতে জাপ মাৰি পৰি তাইক গৰা মাৰি ধৰিলে। বিচুৱাৰ ঘৈণীয়েকৰ গৰ্ভত আঠমহীয়া সন্তান। এঘণ্টামানৰ মূৰত বিচুৱাৰ ঘৰৰ পৰা বন্দুকবোৰ আঁতৰি গ'ল। ধনীয়া, বিচুৱা আৰু বুঢ়াবাপেকক বান্ধি চোচোৰাই চোচোৰাই লৈ গ'ল। মজিয়াত পৰি থাকিল টুচু, বিচুৱাৰ ঘৈণীয়েক। সিহঁত এজনীৰ গাতো চেতনা নাছিল —সিহঁতৰ এজনীৰ গাতো কাপোৰ নাছিল। দুই কৰণ্ড তিতি তেজ

বৈ আছিল। বাহিৰৰ পিৰালিত অচেতন হৈ পৰি আছিল বিচুৰাৰ মাক। ল'ৰা-ছোৱালীকেইটা কেনিবা ৰাতিয়েই দৌৰ মাৰি পলাল। বিচুৰাৰ ডেড়বছৰীয়া শিশুটোৱে এইবোৰ অত্যাচাৰ দেখি ভয়ত চিঞৰি আছিল—কোনোবা এটাই গধুৰ বুটজোতা পিন্ধা ভৰিৰে বুকখনত গচকা মাৰি ধৰি একেবাৰেই কান্দিব নোৱাৰা কৰি দিলে।

এইদৰেই ৰাতি তিনিমান বজালৈকে বহুত মানুহৰ ঘৰত অত্যাচাৰ চলিল। তিনিমান বজাত প্ৰায় ডেড়শমান মানুহক হাতে-ভৰিয়ে বান্ধি লৈ চোচোৰাই চোচোৰাই নি দেবা নো ডাঙৰ গাড়ীত ভৰাই থানাৰ ফালে লৈ গ'ল।

ৰাতি পুৱাল। যথাসময়ত বাবুবোৰ অফিছলৈ আহিল। সবাতোকৈ আগতে আহিল জানকীৰাম। অফিছৰ চাৰিওফালে বন্দুকধাৰী পুলিচে টহল দিছে। মেনেজাৰ, এচিচটেণ্ট মেনেজাৰৰ বঙলাৰ গেটতো বন্দুকধাৰীহঁত বৈ আছে। কেবাবাৰো হুচেইল মৰা হ'ল, কেবাবাৰো অফিছৰ সমুখত থকা বৰকাঁহ বজোৱা হ'ল যদিও কোনো মানুহ কামজাৰীলৈ নাহিল। মেনেজাৰ, এচিচটেণ্ট মেনেজাৰ কোনো এটাও বঙলাৰ পৰা নোলাল। দপৰীয়া বাৰমান বজাত জানকীবাবু মেনেজাৰৰ বঙলালৈ গ'ল। জানকীবাবুক দেখিয়েই মেনেজাৰে সুধিলে,—"সেই ৰাবিচটো ধৰা পৰিলনে?"

—নাই নপৰিল চাহাব—সি পলাল। জানকী বাবুৱে ক'লে। মেনেজাৰে খণ্ডতে হুপি থকা চুৰটটো এছাট্ৰেত থোৱাৰি থ'লে। আচলতে মেনেজাৰৰ খং উঠিবৰ কথাই। জানকীবাবুৱে মেনেজাৰক কৈছিল যে এই সকলোবোৰ হৈছে কমৰেডৰ পৰা। কমৰেড থাকে বিচুৰাৰ ঘৰত। সেইদিনাও কমৰেড বিচুৰাৰ ঘৰতে আছিল বুলিও জানকীবাবুৱে কৈছিল। কিন্তু মেনেজাৰেতো নাজানে যে তাৰ দুদিনৰ আগৰ পৰাই কমৰেড বাগানত নাই। ভৰতসিঙৰ লগত বাঘমৰা বাগিচাত আছেগৈ। মেনেজাৰেতো নাজানে যে এনেবোৰ কামত কমৰেডৰ হাত নাই বা কমৰেডে একোকে নাজানে। জানকীবাবুৱে কিন্তু এটা কথা জানে যে কমৰেড থকা হ'লে ইমানখিনি হ'বলৈ নাপায়। অফিছতো ইমান গণ্ডগোল হ'বলৈ নাপায় আৰু লাইনতো ইমান অত্যাচাৰ হ'বলৈ নাপায়।

অকণমান পৰ তলকা মাৰি থাকি মেনেজাৰে ক'লে, "জানকী, তাক মাৰি পেলাব লাগে। কালি অ'চিয়েও তাকে কৈছে। কালি ধৰিব পৰা হ'লে তাক নি মাৰিয়েই পেলালেহেঁতেন। এতিয়াও তাক যেনে-তেনে মাৰি পেলাব লাগে। খৰছ-বৰছ টকা-পইচাৰ কাৰণে ভাবিব নালাগে।"

ডেড়ঘণ্টামান মেনেজাৰৰ তাত থাকি জানকীবাবুৱে স্কুটাৰ চলাই গুচি আহিল। বাগানৰ কোনো বনুৱাই সেইদিনা কামলৈ নোলাল। কামলৈ ওলোৱা বাদেই ঘৰৰ ভিতৰৰ পৰাই নোলাল। আগদিনাৰ অত্যাচাৰ যিবোৰে পালে সেইবোৰৰতো কথাই নাই—যিবোৰে দেখিলে সেইবোৰৰো ভয়তে আধামৰা অৱস্থা হৈ আছে—যিবোৰে শুনিলেহে সেইবোৰেও ভিতৰতে তাপ মাৰি থাকিল। ঘৰে ঘৰে মতামানুহ প্ৰায় নথকাৰ নিচিনাই হ'ল—আকৌ কোন মুহূৰ্তত পুলিচ আহি কাক ধৰেহি তাৰ একো ঠিক নাই। মাইকী মানুহবোৰেও ভয়তে প্ৰায় মৰিয়েই আছে। অফিছত আৰু বঙলাত বন্দুধাৰীয়ে টহল দিয়েই আছে।

## ॥ চৌদ্দ ॥

বাগানৰ হচপিটেলৰ চিনিয়ৰ নাৰ্চ সীমা ভেংৰাই কথাবোৰ শুনি সহ্য কৰিব নোৱাৰিলে। তেওঁ লগত ড্ৰেচাৰ এজন লৈ লাইনত সোমাল বিচুৰাৰ ঘৈণীয়েক, টুচুকে ধৰি পোন্ধৰ গৰাকী মহিলাক হচপিটেললৈ আনিলে। বেছিভাগেই অৱশ আৰু অচেতন হৈ আছিল। খোজ কাঢ়িব পৰা নাছিল। সেইবোৰক দণ্ডাই মেলি কান্ধত কৰাই হচপিটেললৈ আনিলে। বিচুৰাৰ ঘৈণীয়েককে ধৰি পাঁচ গৰাকী গৰ্ভৱতী বনুৱা মাইকীৰ অৱস্থা অতি বেয়া। হয়তো অপাৰেচন কৰিব লগীয়াও হ'ব পাৰে। ডাক্তৰজন আছিল ডেকা মানুহ। তেওঁ বৰ ভয়াতুৰ আৰু মেনেজমেণ্টলৈ অতিপাত ভয় কৰে। সেয়েহে সীমা ভেংৰাই নিজে বঙলালৈ গৈ বাগানৰ গাড়ীখন চেণ্ট্ৰুল হচপিটেললৈকে নিবলৈ হুকুম লৈ ল'লে। বনুৱা মহিলা কেইগৰাকীক গাড়ীতে তুলি লগত আৰু দুজনমান লৈ সীমা ভেংৰা গাড়ীত উঠিল। মেনেজাৰৰ কি দয়া হ'ল ক'ব নোৱাৰি গাড়ীখন একে আষাৰেই নিবলৈ অনুমতি দিলে। টুচুকো আচলতে নিব লাগিছিল কিন্তু তাই নিজে নাযাও বুলি আকোৰ-গোজ হ'লত তাইক অন্য নজনী মহিলাৰ লগতে বাগানৰ হচপিটেলতে থাকিবলৈ ক'লে। ডাক্তৰে বেজী চেজি দি যাৱতীয় চিকিৎসাৰ ব্যৱস্থা কৰিলে। বাগানৰ হচপিটেলত থকা আঠাইকেউজনীয়েই কেৱল কান্দিয়েই থাকিল। যাবৰ সময়ত সীমা ভেংৰাই নাকান্দিবৰ কাৰণে পাৰ্য্যমানে বুজালে। তেওঁ যীশুৰ নামত, ভগৱানৰ নামত বহুত কথা কৈ বুজালে। টুচুৰে কিন্তু কন্দা নাই। তাইৰ সৰ্বশৰীৰত বিষ। হাত-ভৰি লৰালেও বিষ। তাইৰ গোটেই গাটো বিষৰ সমষ্টি এটাহে যেন। তাইৰ বাহিৰে সৰ্বনাশ হ'ল বুলি ভৰা বাকীকেজনীয়ে অন-বৰতে কান্দিয়েই থাকিল। ডাক্তৰ কম্পাউণ্ডাৰে চিকিৎসাহে দিলে কিন্তু মুখেৰে একোকে নক'লে। কোনো শান্তনাৰ বাণী বা কোনো বুজনি তেওঁলোকৰ পৰা নাছিল।

মাইকী মানুহৰ বাহিৰেও বহুত মতামানুহ লাঠিৰ মাৰত, গোৰত, বন্দুকৰ মাৰত আহত হৈছিল। সিহঁতৰ কিছুমানহে হচপিটেললৈ আহিল—বাকী বহুত ভয়তে বাহিৰলৈ নোলাল, ওলালেই যেন আকৌ কোনোবাই মৰিয়াব বা ধৰি নি থানাত ভৰাবগৈ।

বেলিপৰাৰ আগে আগে টুচুকে ধৰি আৰু তিনিজনী হচপিটেলৰপৰা ঘৰলৈ গ'ল। টুচুৰ ঘৰত কে নো নাই। পিচুৱা, বাপেক আৰু ধনীয়াক পুলিচে ধৰি নিলেই। ভৰতসিং ঘৰত নায়েই। মাক আৰু ল'ৰা-ছোৱালী দুটা ওচৰৰ পৰিয়াল এটাত আছে। মাককো পুলিচে গুৰিয়ালে। মানুহজনীও বিষত কেকাই কেকাই পৰি আছে। বিচুৱাৰ ডেৰবছৰীয়া শিশুটো যিটোৱে কান্দি থাকোতে কান্দোন বন্ধ কৰিবলৈ পুলিচে বুকুত গছক মাৰি ধৰিছিল—সি মৰিল। দুপৰীয়া বাৰমান বজালৈকে চুকত তাক কাপোৰ এখনেৰে ঢাক মাৰি থৈছিল। আবেলি কোনো'বা কেইটা-মানে পুতি থলেগৈ। এতিয়া ঘৰখন উদং। টুচুও হচপিটেলৰ পৰা আহি মাক থকা মানুহ ঘৰতে থাকিলেহি। থাকিলেহি মানে তাই আহিয়েই বিছনাত বাগৰি পৰিলহি। গোটেই সৰ্বশৰীৰত বিষ। মাকলো পৰিয়েই আছে। নৌ সন্ধ্যা লাগোতেই বকুলবাৰী বাগানৰ মজদুৰ লাইনলৈ মাজ নিশা নামি আহিল, নিৰৱ নিতান্ত। কতো কাৰো মাত-বোল নাই, যেন কালী পূজাৰ ৰাতি হোৱা তিনিখন চিনেমা একে বহাতে চাই আহি মানুহবোৰ শুই আছেহি। চেণ্ট্ৰেল হচপিটেললৈ পাঁচ গৰাকী বনুৱা মহিলাক লৈ গৈছিল সীমা ডেংৰাই। গাড়ীখন এতিয়াও ঘূৰি অহা নাই। সম্ভৱতঃ চেণ্ট্ৰেল হচপিটেলত অপাৰেচন কৰিব নোৱাৰিলে বাবে ডিব্ৰুগড়ৰ মেডিকেল কলেজলৈয়ো যাব পাৰে বা গ'লেই।

ভৰতসিং আৰু কমৰেডে বাঘমৰা বাগানত ঘটনাটো শুনিলে। তেওঁলোকে তাৰে পৰাই দুখন চাইকেল লৈ আহিল। কুৰি মাইল বাট চাইকেল মাৰি আহি যেতিয়া বকুলবাৰী বাগানত সোমালহি সন্ধ্যা সাত বাজি পাৰ হ'ল। তেওঁলোকে অফিচৰ আগৰ বাটটোৰেদি নোসোমাই বেঁকা বাটেৰে লাইনত সোমাল। লাইনত সোমায়েই তেওঁলোক আচৰিত হ'ল যে ক'তো মাতবোলতো নায়েই অন্য কি জুই চাকি বা ঘৰৰ ভিতৰতো কেঁচুৱায়ো কন্দা নাই। ভৰতসিঙে ভাবিয়েই ল'লে হয় পুলিচে গোটেইবোৰ মানুহ ধৰি গৈ গ'ল নহয় গুলীয়াই

মাৰি থৈ গ'ল। কমৰেডে ভাবিলেযে মানুহবোৰ হয়তো লাইনৰ পৰা গৈ কৰবাত আশ্রয় শিবিৰত আছে গৈ। ]সেইমুহূর্ততে তেওঁৰ মনৰ পৰা সেই ভাবটো আঁতৰি গ'ল—কাৰণ তেওঁ ভাবিলে যে আশ্রয় শিবিৰ খুলি ঘটনাটো চিৰিয়াছ কৰি মেনেজমেণ্টে নিজৰ হাতৰ ছুৰীৰে নিজৰেই হাত কাটি তেজেৰে ৰাঙলি নকৰে। লাইনৰ মাজেদি তেওঁ-লোক দুয়ো লাহে লাহে গৈ আছে কোনেও কথা পতা নাই। ভৰত-সিঙৰ নিজৰ কোৱাৰ্টাৰৰ সমুখত লাহেকৈ দুয়োটা চাইকেলৰ পৰা নামিল। চাইকেল দুখন পিৰালিতে আওঁজাই থৈ দুয়োটাই দুৱাৰখন হেঁচি চালে। একে হেঁচাতে দুৱাৰ খোল খালে। ভিতৰত অন্ধকাৰ। ভৰতে চাইকেলৰ হেণ্ডেলৰ পৰা নিজৰ বেগটো আনি ভিতৰত পৰা জুইশলা এটা উলিয়াই কাঠি এটা মাৰি জ্বলাই চালে। চুকৰ পৰা চাকি এটা আনি জ্বলালে। ভিতৰত কোনো নাই। কাপোৰ-কানিবোৰো খেলি-মেলি হৈ য'তে ত'তে পৰি আছে।

—কমৰেড্ চবকে পুলিচে ধৰি নিলেনে মাৰি পেলালে? ভৰতে সুধিলে।

—নাই চবকে নিয়া নাই—ভয়তে ওচৰৰ কাৰোবাৰ ঘৰত আছে চাগৈ খবৰ কৰো ব'লা। দুয়োটাই আকৌ দুৱাৰখন টান মাৰি জপাই ওলাই আহিল। চাকিটো নুনুমালে।

এতোবাৰ ঘৰত ভৰত আৰু কমৰেড সোমোৱাৰ পাছতেই হুৱাও-ৰাওৱে তাৰ মানুহবোৰে কান্দিবলৈ ধৰিলে। তাতো মতা মানুহ কোনো নাছিল—অকল মাইকী মানুহ এসোপাহে আছিল। টিটু আৰু মাকো আছিল।

সকলোকথা শুনাৰ পাছৰ ভৰত খঙত কঁপিবলৈ ধৰিলে। তাৰ ইমান খং উঠিছিল যে দাঁতৰ কৰকৰণি ওচৰৰ সকলোৱেই শুনিলে। কমৰেড গম্ভীৰ হৈ বহি আছে। বুঢ়ীদুজনী বাদ দি এতোবাৰ ঘৰত গোটখাই থকা বাকী পাচোজনীকে ধর্ষণ কৰিছে। বুঢ়ী দুজনীবো গাৰ বিষ গোৰত আৰু লাঠিৰ মাৰৰ কোৰত। আটাই কেউজনী মাটিতে চালাই বিছনা কৰি শুই আছে। বাতিপুৱাৰে পৰা কোনেও একো খোৱা নাই। কমৰেডে ভৰতলৈ চাই ক'লে, "কমৰেড— এনেকৈ বহি থাকিলে নহ'ব—কিবা এটা খুওৱাৰ ব্যৱস্থা কৰিব লাগে।" ভৰতে একো মতা নাই। কমৰেডে ভৰতৰ হাত দুটাত ধৰি জোকাৰি ক'লে, "এতিয়া

তুমি মই অধৈৰ্য্য হোৱাৰ সময় নহয়। এওঁলোকক কিবা এটা খুউৱাৰ ব্যৱস্থা কৰিব লাগে—উঠা ব'লা পাকঘৰলৈ যাওঁ—কি ক'ত আছে চোৱা যাওঁক।"

কমৰেডৰ ভৰিটোত কিবা এটা পিৰ্‌ পিৰণি উঠিলত দেখিলে টুচুৰ হাতখনে তেওঁৰ ভৰি চুইছে। কামৰেডে এই পোন প্ৰথমবাৰৰ কাৰণে টুচুৰ হাতখন নিজৰ হাতলৈ ল'লে। কমৰেডৰ হাতৰ মাজত নিজৰ হাতখন ৰাখি কঁপি কঁপি টুচুৱে কান্দিবলৈ ধৰিলে। জোকাৰণিত তাইৰ বিষালী শৰীৰটোত বিষ বেছি হ'ল।

## ॥ পোষ্টৰ ॥

লাহে লাহে মানুহবোৰ কামলৈ ওলাবলৈ ধৰিলে। যিবোৰৰ গাত হাত-ভৰিত বিষ আছিল সেইবোৰহে কামলৈ নাহিল। তাৰো বহুত এই ভয়তে কামলৈ ওলাল জানোচা কামলৈ নগলে আকৌ পুলিচে আহি কোবাইহি। বঙলাৰ আগৰ পৰা আৰু অফিচৰ আগত থকা সশস্ত্ৰ পুলিচো গ'লগৈ। সেই ৰাতি প্ৰায় ডেৰশমান মানুহ পুলিচে ধৰি নিছিল। তাৰে এশমানক মাৰ-পিত কৰি কাগজত টিপচহী লৈ এৰি দিলে। একাৰিষটাক এৰি নিদি ডিব্ৰুগড়ৰ সদৰ থানালৈ চালান দিলে। থানাৰ পৰা জেল হাজোতলৈ পঠালে।

মেনেজাৰে কোনো মানুহৰ নাম নাজানে। বৰ বেছি আঠাইকেউটা মেনেজাৰে দহ/বাৰটামান মানুহৰ নামহে জানে। তেনেহ'লে এই ইমানবোৰ মানুহৰ নাম কোনে দিলে? ওলায়েই পৰিল এই আঠাই-বোৰ মানুহৰ নাম জানকীবাবুৱে দিলে। বিচুৰা আৰু ধনীৰাক ডিব্ৰুগড়লৈ পঠালে—বাপেকক মাৰ-পিত কৰি এৰি দিলে। ইমান সোনকালে হয়তো সশস্ত্ৰ প্ৰহৰীক বাগানৰ পৰা আঁতৰাই নিদিলেহেঁতেন পিছে আগৰে পৰাই সশস্ত্ৰ পুলিচৰ ডিউটি ঠিক কৰা আছিল—পাইপ লাইনলৈ পঠাব লাগে—পাইপ লাইন পহৰা দিবলৈ। এতেকে পুলিচক বাগানৰ পৰা আঁতৰাই নিবলগীয়া হ'ল। অৱশ্যে অনবৰতে সশস্ত্ৰ পুলিচ থকাটো মেনেজাৰেও মনে মনে কামনা কৰা নাছিল কাৰণ তেতিয়া হ'লে মেনেজাৰৰ দুৰ্বলতা ধৰা পৰে। সিফালেদি যিসকল মানুহে আগ ভাগ লৈছিল সেই আঠাই গালকে উঠিব নোৱাৰাকৈ এশিকনি দিবলৈ মেনেজাৰে পুলিচ অফিচাৰক দঢ়াই দঢ়াই কৈছিল আৰু উপযুক্ত পৰিমাণৰ মাননিও দিছিল। বিজাৰু মানুহক এৰি দিলে সিহঁতে কোনো কাহানিও হাত দাঙিব নোৱাৰে আৰু মুখ মেলিব নোৱাৰে। বাকী ঘাগুআককটো জেল হাজোতলৈ নিলেই—এতেকে সশস্ত্ৰ পুলিচৰ

কোনো দৰকাৰ নাই বুলিয়েই মেনেজাৰে ভাবিলে। সেইকাৰণে আঁতৰাই নিয়াত তেওঁ অকণোকে বেয়া নাপালে।

সশস্ত্র পুলিচ বাহিনী আঁতৰি যোৱাৰ পাছত আটাইকেউটা মেনেজাৰেই লগত মনে মনে এটা ৰিভালভাৰ লৈ ফুৰিবলৈ ধৰিলে। পৰামৰ্শটো আছিল জানকীবাবুৰ।

এইকেদিন ভৰতসিং মানুহটো খঙত বলিয়া হৈ থকাৰ দৰে আছে। অনবৰতে ছাঁৰ দৰে লাগি ফুৰিছে কমৰেড। ডেকা মানুহটোক অকলে এৰি দিলে কোন মুহূৰ্তত কি কৰি দিয়ে ঠিক নাই। ভৰতে বিয়াৰ কথা বাদ দিছিল যদিও মনে মনে কেৰ্‌কেৰীক ভাল পাই আছিল। কেৰ্‌কেৰীয়েও অৱশ্যে এই কথা নজনা নহয়। টুচুৰ দৰে সেই কেৰ্‌-কেৰীয়ো পুলিচৰ ধৰ্ষণত উঠিব নোৱাৰা হৈ আছে। কমৰেডে ভৰতৰ মনৰ খংটো কেনেকৈ শাম কটাব পাৰি তাৰ চেষ্টা কৰিবলৈ ধৰিলে। কমৰেডে ক'লে, "তোমাৰ ভনী, ভ'জি বা প্ৰেমিকাক ধৰ্ষণ কৰা দেখি তোমাৰ খং উঠিছে। কিন্তু তুমি জানানে যে এই ভাৰতবৰ্ষত য'ত মহিলা এগৰাকীয়েই দেশৰ সৰ্বময় কৰ্ত্ৰী তাত প্ৰতি বছৰেই দুই নিযুত মহিলা অৰ্থাৎ বিশলাখ মহিলাক বলাৎকাৰ কৰা হয়—ধৰ্ষণ কৰা হয়। আৰু ইয়াৰ অধিকাংশই হয় পুলিচৰ দ্বাৰাই। তেনেহ'লে তুমি আজি মেনেজাৰ এটা বা পুলিচ এটাক দুমাৰি দি বা হত্যা কৰিও এইটো সমস্যাৰ সমাধান কৰিব পাৰিবা জানো? গতিকে যেতিয়ালৈকে আমি গোটেই শাসনব্যৱস্থা তথা সমাজব্যৱস্থাৰ পৰিৱৰ্তন কৰিব নোৱাৰো এই সমস্যাৰ বৃদ্ধিহে হ'ব—নকমে। তুমি মই সেই ব্যৱস্থা পৰিবৰ্তনৰ বাবে মৰণ পণ কৰি ওলাই অহা সৈনিক। গতিকে নভবা-নিচিন্তাকৈ হঠাৎ কিবা এটা কৰি পেলালে আত্মহত্যা কৰাৰ নিচিনাহে হ'ব।" কমৰেডৰ কথাখিনি ভৰতে নুবুজাকৈ থকা নাই—তথাচ তাৰ মনটো বলিয়া হৈ থকাৰ দৰে আছে।

যিবোৰৰ ঘৰত পুলিচে অত্যাচাৰ কৰিলে আৰু যিবোৰৰ ঘৰৰ পৰা মানুহ ধৰি নিলে সেই আটাইবোৰৰ ঘৰলৈকে কমৰেড গৈ খবৰ কৰিলে। যি পাৰে সহায় কৰিলে আৰু প্ৰয়োজনীয় পৰামৰ্শ দিলে। লাইনৰ মাজত ঘূৰি ফুৰোঁতে ভীমলালৰ ঘৰতে হঠাত চমাৰী ওলালহি। কমৰেডক দেখিয়েই তাই কমৰেডক ভিতৰৰ পৰা বাহিৰলৈ মাতি আনিলে। মানুহজনী অলপ অস্থিৰ। তাই জানকীবাবে নজনাকৈ লাইনত মনে মনে মানুহবোৰৰ খবৰ কৰি আছে। আজি পিছে তাই

কমৰেডক বিচাৰি আহিছে। অলপ বাউৰৈ মন্ত্ৰ বিহ্বলা যেন দেখা গৈছে। তাই কমৰেডক ফুচ্‌ফুচাই ক'লে,

—"বাবু তুই ইহাঁচে ভাগি যা।"

—"কেলেই কি হ'ল দিদি।" কমৰেডে অকণো ভয় নাখাই সুধিলে। চমাৰীয়ে আকৌ ক'লে, "মুই বলছিন তুই ইহাঁচ ভাগি যা।" কমৰেডে আকৌ ক'লে,—"কি হ'ল তুমি খুলি কোৱাচোন।"

—মুই মৰ মতাকে খাৰাপ পাই ৰহি কিন্তু ঘিন্ নাই কৰতে ৰহি। আজ ফজিৰে উৱাকে মৰ বহুত ঘিন্ লাগতে ৰহে। চমাৰীয়ে আৰু কিছুপৰ কথা ক'ব নোৱাৰিলে। তাইৰ ওঁঠ দুখন কঁপিছিল। কঁপা ওঁঠ দুখনেৰে তাই আকৌ ক'লে, 'মেনেজাৰ ত'কে মাৰেবলে মৰ মতাকে বলচে। এখন তকে মাৰেকলে উসবে বুধি কৰচে।" কমৰেড কেই মুহূর্তমান তভক মাৰি ৰ'ল। তাৰ পাছত হাঁহি মাৰি ক'লে, 'নাই দিদি মোক মাৰিব নোৱাৰে। তুমি অকণো ভয় নকৰিবা মোক মাৰিব নোৱাৰে। মোক মাৰি কি কৰিব?' চমাৰী বৈ থাকিব নোৱাৰিলে। তাই কমৰেডৰ হাত দুটাত ধৰি জোকাৰি জোকাৰি অলপ উত্তেজিতা হৈ ক'লে, "তুই ঐ বাত গিলা নাই বলবি বাবু। মুই বলচি তুই এখনেই ভাগি যা। আমদেৰ কুলী আদমী সেৱাত্তে তুই বাছি থাকতে লাগব।" এইবাৰ চমাৰীৰ কান্দোন আহিল। তাই কান্দি কান্দি কমৰেডৰ হাত দুটা ধৰি থাকিয়েই ক'লে, "তুই বলতে ৰহি—মুই এদেৰকে বাবু বনাতে খুজতে ৰহি। কিন্তু উ এখন চাহাব হতে খুজছে— আৰ ত'কে এখন মাৰেবলে বুধি কৰচে। মৰ কচম দিছি তুই এখনেই ভাগি যা ইহাঁসে।" চমাৰীয়ে হুক হুকাই কান্দিলে। কল-ঘৰত বাৰ বজাৰ হুচেইল পৰিল। কান্দি কান্দি চমাৰীয়ে কমৰেডৰ হাতৰ পৰা নিজৰ হাত একৰাই অহা বাটেৰেই আকৌ বেগাই গুচি গ'ল। তাই কেৰাবাবো উভতি চাই গ'ল।

কামলৈ ওলোৱাৰ লগে লগেই মজদুৰ মানুহবোৰৰ সাহস বাঢ়িল। আগৰ ভয়টোৱে এতিয়া সকলোৰে মনত কোতহে খোপনি পুতিলে। এতিয়া মজদুৰ মানুহখিনিৰ এটাই মাত্ৰ কথা যে ভিত্ৰ-লড়াৰে চাহান দিয়া মানুখিনিক মুকলি কৰিব লাগে। সেইবোৰ মানুহৰ অকণো দোষ নাই। যদি দোষ আছে তেনেহলে বকুলবাৰী চাহ বাগিচাৰ

সকলো মজদুৰৰ গাতে দোষ আছে। আৰু যদি দোষ নাই কাৰোৰে নাই দোষ আছে কেৱল বকুলবাৰী চাহ বাগিছাৰ মেনেজাৰ আৰু জানকীবাবুৰ গাতহে।

ইতিমধ্যে হৈ যোৱা গণ্ডগোলটোৰ পাছত বাগানৰ মজদুৰবোৰৰ ওচৰলৈ ভাগে ভাগে নেতা আহিল। মজদুৰ ইউনিয়নৰ, ট্ৰেড্ ইউ-নিয়নৰ, মজদুৰ সংঘৰ, চি, পি, আই, চি, পি, আই ( এম ), কংগ্ৰেছ ই, জনতা প্ৰায় সকলোবোৰ মজদুৰ সংঘত আৰু ৰাজনৈতিক দলৰ মানুহ আহি আলাপ আলোচনাৰ মাজেদি সমস্যাটো সমাধান কৰিবলৈ চেষ্টা কৰাৰ কথা ক'লে। মজদুৰসকলৰ প্ৰতি সকলোৱেই সমবেদনা আৰু সহানুভূতি জাতীয় অনুভূতি প্ৰকাশ কৰিলে। মজদুৰসকলে এই-বাৰ ঠেকি শিকিছে—গতিকে তেওঁলোকে সেই নেতাবোৰক সোমাবলৈ নিদিলে। অৰ্থাৎ তেওঁলোকৰ সমস্যা আৰু আলোচনাৰ মাধ্যমেৰে সমাধান কৰাৰ প্ৰসঙ্গত তেওঁলোকৰ প্ৰৱেশ নিষেধ কৰি দিলে।

তাৰপাছত মজদুৰসকলে নিজেই সিদ্ধান্ত কৰিলে যে তেতিয়ালৈকে মুকলি কৰি নিদিয়া মানুহবোৰক মেনেজাৰে নিজেই মুকলি কৰি আনিব লাগিব। মানুহবোৰৰ কোনো দোষ নাই বুলি বা হঠাৎ তেনে কৰা অসুবিধা হ'লে স্বৰ্তহীনভাবে মুকলি কৰি আনিব লাগে। এইটো কথা কাৰ্য্যকৰী কৰাৰৰ বাবে অতি গোপনে এটা সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। বনুৱা প্ৰতিনিধিয়ে যেতিয়া অফিচতে মেনেজাৰক মানুহবোৰ মুকলি কৰা বা জামীনত আনিব লাগে বুলি কৰা দাবী একে আষাৰেই প্ৰত্যা-খ্যান কৰিলে তেতিয়াই এই সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। সন্ধ্যা সাত বজাত বাগানৰ সকলো বনুৱাই মেনেজাৰক—অৰ্থাৎ বাগানৰ বৰচাহাবক বঙলাতে ঘেৰাও কৰিব এই দাবীত যে পিছদিনা পুৱাই ডিব্ৰুগড়ৰ সদৰ থানা বা জেল হাজোতত থকা সকলো বনুৱাকে মেনেজাৰে মুকলি কৰি আনিবই লাগিব। এই প্ৰতিশ্ৰুতি নাপালে মেনেজাৰৰ বঙলা মুকলি কৰি দিয়া নহব—তেহেলৈ লাগে মেনেজাৰে চৰকাৰৰ হতুৱাই—পুলিচ মিলিটেৰীৰ হতুৱাই এটমবোমাকে পেলাওক বনুৱা ৰাইজৰ ওপৰত। প্ৰায় তিনিমান বজাত জানকীবাবুৰ স্কুটাৰ দৌৰিল বৰচাহাবৰ বঙলাৰ ফালে। জানকীবাবু বঙলালৈ নগ'লহেঁতেন যদিহে মেনেজাৰ অফিচলৈ আহিলহেঁতেন। কিন্তু তিনি বজালৈকে মেনেজাৰ অফিচলৈ নহাত তেওঁ বঙলালৈকে দৌৰিবলগা হ'ল। খবৰ পায়েই বৰচাহাবে থানালৈ

টেলিফোন কৰিলে। থানাত সশস্ত্ৰ পুলিচ বাহিনী নাই বাবে ভাৰ-প্ৰাপ্ত বিষয়াই ওৱাইৰলেচ কৰি ডিব্ৰুগড়ৰ পৰা সশস্ত্ৰ পুলিচ বাহিনী অনালে। বনুৱাসকলে মেনেজাৰৰ বঙলা ঘেৰাও কৰাৰ কথা আছিল এনে ধৰণেৰে—সন্ধ্যা ছয় বজাৰ ঘণ্টা মৰাৰ লগে লগে নিজৰ নিজৰ ঘৰত সকলো বনুৱাই খাই বৈ সাজু হ'ব। চাৰে ছয় বজামানত ওলাই আহিব। আৰু সাত বজাৰ লগে লগেই মেনেজাৰৰ বঙলাৰ গেটৰ ওচৰত হাজীৰ হ'ব। কিন্তু দেখা গ'ল সন্ধ্যা ছয় বজাৰ ঘণ্টা মৰাৰ অলপ পাছতেই বাগানৰ অফিছৰ আগেদি মেনেজাৰৰ বঙলালৈ যোৱা সৰু বাটটোৰে কেবাখনো গাড়ী সোমাই গ'ল। তাৰ আগে আগে এখন এম্বেছেডৰ গাড়ী। চাৰে ছয়মান বজাৰ পৰা সশস্ত্ৰ পুলিচ বাহিনীয়ে মেনেজাৰৰ বঙলা ঘেৰাও কৰিলে। বঙলালৈ যাব পৰা সকলো বাট-পথৰ মূৰত, বাটৰ কাষে কাষে সশস্ত্ৰ পুলিচ বাহিনী। হাতে হাতে বন্দুক লাঠি, বেতেৰে সাজি লোৱা বিশেষ ঢাল। মুকলি ফিল্ডখনত দুহেজাৰমান বনুৱা গোট খালে। শুক্লপক্ষৰ দশমীৰ জোনৰ পোহৰত পোহৰ। বনুৱাসকলে আগতীয়া এই যুদ্ধকালীন কাৰবাৰ দেখি অবাক হ'ল কোন আছে বাৰু বিভীষণ? শৰ্মাবাবুতো এতিয়া নাই।

নিজৰ ভিতৰতে এইবোৰ আলচ কৰি থাকোতেই মাইক যোগে এটা ঘোষণা প্ৰচাৰ কৰা হ'ল। সকলোৱে কাণ পাতি শুনিলে। বৰ-চাহাবৰ বঙলাৰ পৰা চাৰিওফালে পাঁচশ মিটাৰ আৰু অফিচ কলঘৰৰ চাৰিওফালে তিনিশ মিটাৰ পৰ্য্যন্ত ভাৰতীয় দণ্ডবিধিৰ ১৪৪ ধাৰা জাৰী কৰা হৈছে। ঘোষণাৰ লগে লগেই এই আদেশ বলবৎ হ'ব আৰু পুনৰ আদেশ নিদিয়ালৈকে এই নিষেধাজ্ঞা বাহাল থাকিব। মাইক অনা গাড়ীখন দেখি চিনেমাগাড়ী আহিছে বুলি সৰু সৰু ল'ৰা-ছোৱালী-বোৰ গাড়ীখনৰ ফালে দৌৰ মাৰিছিল—পিছত পুলিচ দেখি চিটিকি পলাল।

মানুহবোৰ য'ত গোটখাই আছিল সেই ঠাই টুকুৰা বঙলাৰ পৰা পচাঁশ মিটাৰৰ ভিতৰত আৰু অফিচ কলঘৰৰ পৰাও তিনিশ মিটাৰৰ ভিতৰতে পৰে। এতেকে গোট খোৱা নিষিদ্ধ। কোনেও কৈ নিদিয়াকৈয়ে প্ৰত্যেকেই কিবা এটা কথা বুজি পালে। এটা বদ্ধ পুখুৰীৰ পাৰ এটাৰ এডোখৰ কাটি খহাই দিলে যিদৰে পানীৰ হৰ্. হৰ্. কল কল সোঁত বৰ

ঠিক তেনেদৰেই পথাৰখনত জমা হৈ থকা মানুহবোৰে দক্ষিণ পশ্চিম-কোণলৈ চাপলি মেলিলে। জানকীবাবু অলপ আগে আগেহে ঘৰ সোমাইছিলহি। স্কুটাৰখন পৰ্টিকতে আছে। মানুহবোৰে যেয়ে যেনেকৈ পাৰে জানকীবাবুক গালি পাৰিবলৈ ধৰিলে।

—মাৰ মাৰ চালাকে—উৱাৰ মাথাটো ভাঙি একদম গুড়াকৰি দে।

—ই চাহাবকে চুপে চুপে আমদেৰ কামকেৰ বাত লাগাতে থাকেলা।

—ইয়াকে একবাৰ হামাৰা 'ঈছৰ' বলিকে ভাবতে ৰহি—এখন ই আমদেৰ শত্রু।

—ইয়াৰবাস্তে পুলিচ হামদেৰ মা-বহিন মাইকীৰ ইজ্জত লেগেলেক। ই আমদেৰ সবকেৰ নাম পুলিচকে আৰ মেনেজাৰকে দেই দিলেক। নাই হ'লে পুলিচ হামদেৰ নাম কি ৰকম জানবেক।

—বিচুৱাৰ ডেড়বছৰ ছোৱাটাকে পুলিচে খুন্দিকে মৰালেক। উৱাৰ পাপটা তৰ গাতে লাগবেক।

— আমাদেৰ ইজ্জত যে গেলেক উমৰে কান্দচে যে তৰ খাৰাপ নাইলাগচেনিকি?

—ত'ৰ মাইকী যদি উৰকম হলেচে তুই কি কৰবি?

—আগেকেৰ শৰ্মাবাবুসেভি তুই বেছি খাৰাপ। শৰ্মাবাবুত খাৰাপ মানুষ লাগে—তুই খাৰাপ জানোৱাৰ লাগি।

—তুই নিজৰ মজদুৰ মানুষকে মাতে পাৰিলা।

—মেনিজৰ পুলিচ ত'ৰ আপোন হলেক আৰ হামৰা মজদুৰসব পৰ হলি।

তুই আজ বাবু নাই হৈ ৰহতি যদি আমদেৰ ইৰকম দুখ নাই হতেক।

—তকে হামৰা ৰাইজসবে বাবু বনালি—কিন্তু তুই হামদেৰকে পাগলা কুকুৰ বনালি।

সেয়ে যিমান পাৰে সিমান ওপৰা ওপৰিকৈ জানকীবাবুক গালি পাৰিবলৈ ধৰিলে। ঠিক এনেদৰেই এদিন এই একেখিনি মানুহেই এই একেটা কোৱাৰ্টাৰৰ সমুখত বৈ ভোলাশৰ্মা হাজীৰাবাবুক গালি

পাৰিছিল, নিন্দা কৰিছিল। আজিও জানকীবাবুক গালি পাৰিছে। পাৰ্থক্য ইমানেই যে শৰ্মাবাবু ভিতৰতে গালি শুনি শুনি সোমাই আছিল জানকীবাবু কিন্তু সোমাই নাথাকিল। জানকীবাবু দুৱাৰখন খুলি বাইজৰ সমুখলৈ ওলাই আহিল। দুৱাৰ খোলাৰ লগে লগেই বাইজৰ মাজৰ কিছুমানে চিঞৰি উঠিল, "মাৰ মাৰ চালাকে উৱাৰ মাথাটো ভাঙি একদম গুড়া কৰি দে।" কিন্তু হঠাত কেই মুহূৰ্তমান সকলোৰে মাত বন্ধ হ'ল। জানকীবাবুৰ হাতৰ দুইনলীয়া বন্দুকটোৰ দুয়োটা নলীয়ে সমবেত বনুৱাসকলৰ ফালে পোন হৈ আছিল। এইমাত্ৰ যেন এটা গৰ্জন হ'ব।

কৰবাৰ পৰা দৌৰি আহিল তাহানি কান্ধত দীঘল বেগ এটা ওলোমাই সঘনে অহা ডেকামানহ'টা—যাক বনুৱাসকলে, জানকীৰামে কমৰেড বুলি মাতে মাতিছিল যাৰ নাম প্ৰীতম—দেবেন—হিৰন্ময় ইত্যাদি। কমৰেডে আচলতে আগৰে পৰাই বনুৱাৰ মাজতেই আছিল —ওচৰত আছিল ভৰতসিং। কমৰেডে ভৰতক কৈ আছিল কিবা জৰুৰীকাৰণত তেওঁ মানুহৰ সমুখলৈ ওলাবলগীয়া হ'লেও ভৰত লুকাই থাকিব লাগিব। দুয়োটাই ধৰা দিব নালাগিব। কমৰেডক মানুহৰ আগলৈ আহিবলৈ পৰিস্থিতিয়ে বাধ্য কৰিলে ভৰত নাহিল; ভীৰৰ মানুহৰ মাজতে লুকাই থাকিল। তাৰো ওলাই আহিবলৈ মন গৈছিল —বুকুৰ ভিতৰত চেকী মাৰিছিল—কিন্তু কমৰেডৰ নিৰ্দেশ সি অমান্য কৰিব নোৱাৰে।

মাতটো যথাসম্ভৱ ডাঙৰ কৰিবৰ কাৰণেই সেই ডেকামানুহটোৱে বা কমৰেডে হাতৰ তলুৱা দুখনেৰে বতাহত নুমাব খোজা চাকি এটা চকাদি মুখখন ঢাকি লৈ চিঞৰি চিঞৰি কবলৈ ধৰিলে, "শ্ৰমিক ভাই বন্ধুসকল।" হঠাত আকৌ চিঞৰ-বাখৰ হ'ল। চমৰাই চিঞৰি চিঞৰি ক'লে, "শ্ৰমিক ভাই বন্ধুসকল। এবাসৰে ভুল নাই কৰবি। এইৰকম নাই হবেক।" কমৰেডে আকৌ চিঞৰি চিঞৰি ক'লে, "শ্ৰমিক ভাই বন্ধুসকল।" খন্তেকতে নিজম পৰিল। কমৰেডে অনৰ্গল ক'বলৈ ধৰিলে, "আপোনালোকে ভুল নকৰিব। এইদৰে হঠাৎ নহ'ব। আপোনালোকৰ বুকুৰ আগত জানকীবাবুৰ দুইনলীয়া বন্দুকৰ আৰু পিঠিৰ পাছত সশস্ত্ৰ পুলিচ বাহিনীৰ বন্দুকৰ নলী পোন হৈ আছে। খন্তেকীয়া উত্তেজনাত অমূল্য জীৱন, অমূল্য সংগঠন নষ্ট নকৰিব। অপচয় নকৰিব। এটা জানকী বাবু বা এটা বৰচাহাব মাৰিলে একো

নহয়। ঘৰৰ ছালখন ভালদৰে নতুনকৈ চাই নোলোৱাকৈ যিমানেই পোছাক সলাই সলাই সলনি হৈ হৈ মানুহ ঘৰৰ ভিতৰত নবহক লাগে উৰুখা ছালৰ পানী পৰি কাপোৰ-কানি লেতেৰা হ'বই। বোকাত যেয়ে নানামক গাত বোকা লাগিবই। আপোনালোকৰ জানকীৰাম জানকীবাবু হোৱাৰ পাছত এনেকুৱা কামেই কৰিব—কৰাটো স্বাভাৱিক……….।"

কমৰেড অৰ্থাৎ তাহানি কান্ধত দীঘল বেগ ওলোমাই জানকীৰামৰ ঘৰলৈ সঘনে অহা ডেকাটোৱে বেছি সময় কথা কবলৈ নাপালে। তেওঁকেহে যেন বিচাৰি ফুৰিছিল ঠিক সেইদৰে সশস্ত্ৰ পুলিচে আহি তেওঁক বক্তৃতা দি থাকোঁতেই হাতত হেণ্ডকাফ লগালেহি। তাৰ পাছত ডেকাজনে এটা গান গাবলৈ আৰম্ভ কৰিলে,— "মজদুৰ ভাই, জাতৰ ভেদ নাই, শোষকৰ কোনো উচ্চ-নীচ নাই, দুনীয়াৰ মজদুৰৰ একেই জাত ভাই…… ।

তেওঁ বেছিপৰ গানো গাবলৈ নাপালে। সশস্ত্ৰ পুলিচে প্ৰায় টানি নিয়া দিয়েই নি তেওঁক গাড়ীত ভৰালেগৈ। গাড়ীত উঠিবৰ সময়ত হাতত হেণ্ডকাফ লৈয়েই ডেকাজনে বানুৱাসকলক চালাম দিলে।

ডেকাজনে হাতত হেণ্ডকাফ লৈয়েই বনুৱাসকলক চালাম কৰাৰ পাছতেই গাড়ী চলিবলৈ ধৰিলে। কিছুমান বনুৱাই বিশেষকৈ মাইকী মানুহে চিঞৰি চিঞৰি কান্দি দিলে। কিছুমান গাড়ীখনৰ ফালে আগবাঢ়ি গ'ল। চিঞৰি চিঞৰি ক'লে, "তকে উসবে ধৰিকে লেই-গেলেক কমৰেড্। উসৰে ত'কে লেইকে মাৰি দিবেক। তুই আমদেৰবাস্তে ভগৱান লাগি। ত'কে মাৰিদিলেসেভি হামদেৰ মাজে তুই থাকবি।"

—ত'কে কেউ মাৰতে নাই পাৰবেক। ত'কে মাৰলেসে হামৰাভি মাৰি দিব।

ডেকাজনে অৰ্থাৎ কমৰেডে হেণ্ডকাফ লগোৱা হাতদুখন দাঙি গাড়ীৰ ভিতৰতে আকৌ চিঞৰি চিঞৰি গান গাবলৈ ধৰিলে। গাড়ীৰ ইঞ্জিনৰ শব্দই তেওঁৰ মুখৰ গানৰ শব্দক তল পেলাব নোৱাৰিলে। ডেকাজনৰ মুখত বনুৱাসকলে এই গানটো মাজে মাজে শুনে—কিন্তু কোনোৱেই গাবলৈ শিকা নাছিল,—নহ'লে কমৰেডৰ লগে লগে তেওঁলোকেও সমস্বৰে গান গালেহেঁতেন। গাড়ী চলিবলৈ আৰম্ভ

কৰিলে। ধূলিৰ মাজত টুচুৰে নিজৰ চকুৰে স্পৰ্শ কৰিলে গাড়ীখনৰ ফালে থৰ হৈ চাই আছিল—পোহৰ পৰা ফালে তাইৰ চকুহাল বাঘৰ চকুৰ দৰে জিলিকিলহেঁতেন।

কমৰেডক লৈ পুলিচৰ চলিযোৱা গাড়ীখনৰ ফালে বনুৱাসকলৰ মেলা চকুবোৰ থৰ হৈ আছিল আৰু তেওঁলোকৰ মুখবোৰ অলপ মেল খাই আছিল যেন ডেকাজনে অৰ্থাৎ কমৰেডে গাই যোৱা গানটো তেওঁলোকেও অলপ পৰৰ পিছৰ পৰা গাবলৈ আখৰা কৰিব।

—অন্ত—